

তৰুণকুমাৰ ভাদুড়ীৰ

# বিলকিচ্ বেগম

অনুবাদ

খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

লয়াৰ্ছ বুক ষ্টল

পানবজাৰ · গুৱাহাটী

BILKISS BEGUM: A novel written by Taroon Coomar Bhaduri, translated by Khagendra Narayan Dutta Barua and published by Lawyer's Book Stall, Panbazar Gauhati 1. Price Rs. 10.00

প্ৰকাশ কৰিছে
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ ॥ গুৱাহাটী ১

প্ৰথম প্ৰকাশ ॥ জানুৱাৰী ১৯৭৭

মূল্য: দহ টকা মাত্ৰ

ছপাইছে
সাধনা প্ৰেছ প্ৰাইভেট লিমিটেড
৭৬ বিপিনবিহাৰী গাঙ্গুলী ষ্ট্ৰীট
কলিকতা ১২

## অনুবাদকৰ

আকৌ এখণ তৰুণ ভাদুড়ীৰ কিতাপৰ অনুবাদ আগবঢ়ালোঁ। এই কাম মোৰ বাবে সহজ নাছিল। প্ৰথমকথা, এইখণ শ্ৰীভাদুড়ীৰ অন্যান্য গ্ৰন্থৰ দৰে বৰ্ণনাবহুল ঘটনাৰ সমাবেশ মাথো নহয়, এইখণ উপন্যাস। দ্বিতীয়তে, উপন্যাসৰ পটভূমি তথা পাত্ৰ-পাত্ৰীৰ কথা-বতৰা তথা পৰিবেশ ঘটনাত অন্য এক সময়ৰ কথ্য ভাষাৰ আচোঁৰ থকা হেতুকে উদ্ভৱ হোৱা এক জটিল পৰিস্থিতি। তথাপিও মূলৰ ভাষা আৰু কাব্যময় লালিত্য ৰাখি মই অনুবাদৰ চেষ্টা কৰিছোঁ। শ্ৰীভাদুড়ীৰ অন্যান্য অনুবাদ গ্ৰন্থৰ দৰে এই উপন্যাসখনো পঢ়ুৱৈ ৰাইজে মৰম কৰিলে, মোৰ শ্ৰম সাৰ্থক হ'ব।

মোৰ সাহিত্যসাধনাৰ এই পথত সদায় কাঁইট আঁতৰোৱা সাংবাদিক-সাহিত্যিক নিৰোদ চৌধুৰীৰ নাম লৈছোঁ।

খঃ নাঃ দঃ বঃ

আমবাৰী, গুৱাহাটী
১৭ জানুৱাৰী ১৯৭৬

## লেখকৰ কথা

সকলো উপন্যাসৰ ইতিহাস নেথাকে। বোধহয় তাৰ প্ৰয়োজনো নাই। কিন্তু মোৰ এই উপন্যাসৰ এটি ইতিহাস আছে। আজিৰ মধ্যপ্ৰদেশ ৭৭ খন দেশীয় ৰাজ্য ( যাক কোৱা হয় প্ৰিন্সলী ষ্টেট )-ৰ যোগফল। এইবোৰ ৰাজ্যৰ সৰহভাগ ৰজা-মহাৰজাই সঙ্গীত আৰু নৃত্যৰ পৃষ্ঠপোষক আছিল। এসময়ত তেওঁলোকৰ মহফিল উত্তপ্ত হৈ আছিল। বহু নামী তৱায়েফ্ তেওঁলোকৰ মেহফিল অলঙ্কৃত কৰিছিল। তেওঁলোকৰ নাম সমগ্ৰ ভাৰতবৰ্ষত বিয়পি পৰিছিল। এতিয়া সেই ৰামো নাই, সেই অযোধ্যাও নাই।

হঠাত এদিন ভাব হল, ক'লৈ গল সেইবোৰ গুণী নৰ্তকী আৰু গায়িকা। ক'লৈ গল? বহু বিচাৰিলোঁ কিন্তু নেপালো কাকো। কিছু বছৰ আগতে দিল্লীস্থ মোৰ এজন হঠাত ডাঙৰ ধনী বন্ধুৰ পৰা ককটেল্ৰ নিমন্ত্ৰণ পাইছিলোঁ। সেয়া এক হুলস্থূল কাণ্ড। মদৰ জোৱাৰ, সৰু-বৰ তথাকথিত অফিচাৰৰ ভিৰ, ডিপ্লমেটৰ দগদগনিৰে পৰিবেশ উত্তপ্ত। অতিথি আপ্যায়ণত মোৰ বন্ধুৱে কোনো ত্ৰুটি ৰখা নাছিল। প্ৰায় আধাডজন বাইজীও আনিছিল অতিথিসৱৰ মনোৰঞ্জনৰ বাবে। মোক একাষৰীয়াকৈ মাতি নি বন্ধুৱে কলে, 'তুমিতো উৰ্দু গজলৰ ছমজদাৰ, নহয়জানো? মই তোমাৰেই মধ্যপ্ৰদেশৰ--অমুক ৰাজ্যৰ, এসময়ৰ বিখ্যাত গজল গায়িকা গৰাকীক লৈ আহিছোঁ। গোটেই ৰাতি তেওঁৰ গজল শুনিব পাৰিবা।'

যাৰ গজল শুনিবলৈ মোক সেই সন্ধিয়া মতা হৈছিল, তেওঁৰ বয়স তেতিয়া প্ৰায় আশী বছৰ। দিল্লীৰ এক অন্ধকাৰ গলিৰ আৰু অখ্যাত অন্ধকাৰময় গলিৰ ঘৰত থাকে তেওঁ। মোক গজল শুনোৱাৰ বাবে তেওঁৰ পাৰিশ্ৰমিক আছিল এশ টকা।

লাজ আৰু অপমানত মই সেইদিনা মৰি যোৱাৰ দৰে হৈছিলোঁ। টেক্সী ভাড়াৰ বাবে যৎসামান্য পকেটত ৰাখি বাকি সকলো সেই বৃদ্ধাৰ হাতত দি কৈছিলোঁ :

'আম্মীজান, আপ যাও। মুঝে গজল নেহী শুন্না।' দুচকুৰ পৰা পানী সৰি পৰিছিল তেওঁৰ। গজল মই শুনা নাছিলোঁ, কিন্তু দুঘন্টা তেওঁৰ ওচৰত বহি শুনিছিলোঁ একালৰ মালকায়ে-তৰন্নম (সুৰৰ ৰাণী)-ৰ জীৱনকাহিনী। আজি তেওঁৰ দুবেলা খাবলৈও সংস্থান নাই।

তেওঁৰ সেই টুকুৰা-টুকুৰ, অস্পষ্ট আৰু সঙ্গতিবিহীন জীৱনকাহিনীৰ পৰাই এই উপন্যাসৰ জন্ম। তাৰ কিছুদিন পিচত--বোধহয় ১৯৭১ চনৰ ডিচেম্বৰত গৈছিলোঁ লক্ষ্ণৌলৈ। ঘূৰি ঘূৰি গৈ পাইছিলোঁ লক্ষ্ণৌ চহৰৰ বিখ্যাত বা কুখ্যাত নখ্খাচ্ বজাৰ। এই বজাৰত সকলো পোৱা যায়। তাতেই পাইছিলোঁ এখন উৰ্দু কিতাপ-- এক তবায়েফে লিখা। নাম 'মেৰী কাহানী, মেৰী জুবানী'। লেখিকাৰ নাম আছিল সালিম বানু। নিঃসন্দেহে এইটো ছদ্মনাম। দিল্লীৰ সেই বন্ধুৰ ঘৰৰ ককটেল পাৰ্টিৰ অভিজ্ঞতা আৰু নখ্খাচ্ বজাৰত পোৱা এই কিতাপ পঢ়াৰ পিচতেই ভাবিলোঁ, এইলৈতো এখন উপন্যাস লিখিব পাৰি। সেইবাবেই এই উপন্যাস।---

তৰুণকুমাৰ ভাদুড়ী

১৫ই ফেব্ৰুৱাৰী ১৯৭৫
ই-১৮ অৰোৰা কলোনী
ভূপাল ৬, মধ্যপ্ৰদেশ

ইয়ে কুচে ইয়ে নীলাম ঘৰ দিলকশীকে,
ইয়ে লুটতে কাৰৱাঁ জিন্দগী কে,
কঁহা হ্যায় কঁহা হ্যায় মুহাফীজ খুদীকে
সনা-খোৱানে-তকদীসে-মশৰিক্ কঁহা হ্যায়?

--সাহীৰ লধিয়ানভী

এই অনুবাদকৰ দ্বাৰা অনূদিত

তৰুণকুমাৰ ভাদুড়ীৰ আন আন গ্ৰন্থ

॥ অভিশপ্ত চম্বল ॥ মৰু প্ৰান্তৰ ॥ সন্ধ্যা বন্তিৰ শিখা ॥

॥ কোমল গান্ধাৰ ॥ হিজ হাইনেচ ॥

অলপতেত প্ৰকাশ পাব

॥ কাগজৰ নাওঁ ॥ আকৌ অভিশপ্ত চম্বল ॥

বিলকিচ্ বেগম

বিলকিচ্ বেগম

বিলকিচ্ বেগম

# ১

যিজনক লৈ মোৰ এই কাহিনী আৰম্ভ আৰু শেষ, নেজানোঁ মোৰ এয়া প্ৰকাশ হোৱাৰ দিনলৈ তেওঁ থাকিব নে নাই। যদি থাকে, মই ঠিক জানো তেওঁ আনন্দিত হ'ব। হয়তোবা আনন্দ আৰু কৃতজ্ঞতাৰ আবেগত দুটোপাল উষ্ণ গৰম চকুপানী তেওঁৰ শীৰ্ণ, কোঁচখোৱা, কিন্তু গোলাপী গালেৰে বৈ আহিব। হয়তোবা খুব লাহে লাহে, ফুটফুটাই, সোঁহাতখন কপালত লগাই ক'ব, "ছুকৰিয়া হজুৰ, চুকুৰিয়া গৰীব-পৰবৰ"। কোনে জানে, আনন্দৰ আতিশয্যত হয়তোবা তেওঁৰ জীৰ্ণ শৰীৰ এবাৰৰ বাবে কঁপি উঠিব।

আৰু তেওঁ যদি নাথাকে? তেতিয়া কি হ'ব? মই যে কথা দিছিলোঁ, লিখা শেষ কৰি পোন প্ৰথমতে তেওঁকে শুনাম। তেওঁৰ জীৱনৰ গোপন কাহিনী, যি কাহিনী কেৱল ময়েই জানো, পৃথিৱীৰ আন মানুহে জনাৰ আগতে, তেওঁক শুনোৱাৰ কাৰণে মই যে প্ৰতিজ্ঞাবদ্ধ। কিন্তু লিখা শেষ হোৱা আৰু লিখাৰ সময়ৰ ব্যৱধান ইমান কম যে মই নেজানো সেয়া সম্ভৱ হ'ব নে নাই। মই দিয়া কথা মই ৰাখিব খোজোঁ। যদি এদিনৰ সময়ো হাতত পাওঁ মই যি কোনো উপায় কৰি হলেও এই হাঁহি-কান্দোন মিহলি তেওঁৰেই কাহিনী তেওঁক শুনাম।

কিন্তু তাৰ আগতেই যদি তেওঁ গুচি যায়গৈ? তেতিয়া? অন্ততঃ মই সান্তনা পাম যে মই মোৰ কথা ৰাখিছোঁ। তেওঁ মোৰ জৰিয়তে পৃথিৱীক জনাব খুজিছিল তেওঁৰ কাহিনী। মই কথা দিছিলোঁ, মই মোৰ কৰ্তব্য আখৰে আখৰে পালন

কৰিছিলোঁ। অলপ হয়তো দুখ পাম এই ভাবি যে তেওঁৰ কাহিনী তেওঁক শুনাব নোৱাৰিলোঁ। কিন্তু মোৰ দোষ নাই। তেওঁ যদি নেথাকেও মোৰ কথা কোনো দৈৱশক্তিৰ গুণত (তেওঁ যে আল্লাহ্‌-তালহক্কে ভীষণভাবে বিশ্বাস কৰিছিল) শুনিবলৈ পায়—মই মাত্ৰ ইয়াকে কম, "বেগম এয়া মোৰ ইচ্ছাকৃত নহয়। মইতো তোমাক শুনাবলৈ বিচাৰিছিলোঁ। কিন্তু সময়—সময়েই আমাৰ কাল হ'ল।" হয়তো তেওঁ মিচিকিয়াই হাহি কব; "কোই বাত্ নহী হুজুৰে-আনবৰ্।"

যি কণ্ঠৰ সুমধুৰ মাতে নেজানো কিমান মানুহৰ মহফিল্‌ক মন্ত্ৰমুগ্ধ সাপৰ দৰে মোহাচ্ছন্ন কৰিছিল, সেই মাত আজি দুৰাৰোগ্য কেন্সাৰত স্তব্ধ। গোলাপৰ পাপৰিৰ দৰে যি দুখন ভৰি ৰাতিৰ পিছত ৰাতি, নূপুৰৰ তালে তালে নাচি-ৰাগি অজস্ৰ মানুহক বলিয়া কৰি তুলিছিল, যি দুখন ভৰিৰ তলত চিনাকি অচিনাকি অলেখ মানুহ লুটি খাই পৰিব খুজিছিল, সেই ভৰি দুখনো আজি নিষ্ঠুৰ পক্ষাঘাতত পঙ্গু। দিল্লীৰ কোনো এক কুখ্যাত গলি, তাতোকৈ অখ্যাত অন্ধকাৰ ঘৰ এটিত, তেওঁৰ ঘটনাবহুল জীৱনৰ শেষ দিন কেইটা আঙুলিৰ মূৰত গুণি আছে—বিল্‌কিচ্ বেগমে। ধিমিক ধামাককৈ চাকি জ্বলি আছে। হঠাতে এটি সময়ত নজনাকৈয়ে সেয়া নুমাই যাব আৰু লগে লগে শেষ হৈ যাব এখন ভিন্ন পৃথিৱী, এটি ধুমুহাৰ দৰে জীৱন-এটি ৰঙীন কিন্তু কৰুণ কাহিনী।

সেই কাহিনী মই আৰু বিল্‌কিচ্ বেগমে মাথো জানোঁ। নহয়, আৰু হয়তো বহুতে জানিছিল। কিন্তু যিসকলে জানিছিল, তেওঁলোকে সেই কাহিনী ক'বলৈ জীয়াই থকা নাই। আন এজনেও জনা উচিত আছিল, কিন্তু তেওঁ যদি আজি বিল্‌কিচ্ বেগমৰ কাহিনী জানিব পাৰে, তেতিয়া হলে তেওঁৰ চকুৰ আগতে তেওঁৰ পৃথিৱী ভাঙি চুৰমাৰ হৈ যাব। তেওঁ কোনোদিনাখনে নেজানে, কাৰণ মই তেওঁক নকওঁ। মোৰ জীৱনত মোৰ যি প্ৰিয়, যি মোৰ ওচৰত সত্য, মই তাকেলৈ কচম্ খাইছোঁ, আৰু কথা দিছো, মই কোনোদিন আনক নকও। এই কাহিনী জনা উচিত আছিল তেৰোঁ জানিব নোৱাৰে, কাৰণ বিল্‌কিচ্ বেগমৰ কথা ৰাখিবলৈ গৈ মই বহুতো কথা লুকুৱাই পেলাইছোঁ।

বিল্‌কিচ্ বেগমৰ নামটোৰে সলাই পেলাইছোঁ। বিল্‌কিচ্ বেগমতো আৰু বিল্‌কিচ্ বেগম নহয়। তেওঁৰ নামো আন কিবা আছিল। সেই কাৰণে মোৰ অনুৰোধ, কোনোৱে যেন কোনোদিনাখনে মোক বিল্‌কিচ্ বেগম বা তেওঁৰ কাহিনী সম্বন্ধে বেছি প্ৰশ্ন নকৰে। উত্তৰ মই দিব নোৱাৰিম। মই সকলো জানো কিন্তু ব্যক্ত হলে কৰিব নোৱাৰিম। কোনোৱে যেন মোক নোসোধে ক'ত আছে গড়-নৰসিংগড়। মই ক'ব নোৱাৰিম। মানে মই নকওঁ। যেনেকৈ মই নকওঁ কোন আছিল মহাৰাজাধিৰাজ ৰুদ্ৰপ্ৰতাপ সিং। মই এয়াও নকওঁ কোন আছিল মহাৰাজ আদিত্যনাৰায়ণ সিং বা



প্ৰণৱ লাহিড়ী, কোৰ্নেলে নোৱেল পেট্ৰিক জোনচ, আৰু এমিলি জোনচ নাইবা কোন আছিল আনোখী আৰু সালামৎ হুচেন আৰু নবাৱ চিকন্দৰ খাঁন।

কিন্তু মইয়েনো বিল্‌কিচ্ বেগমৰ কাহিনী কেনেকৈ জানিলো? পৃথিৱীত ইমান মানুহ থাকোতে। বিল্‌কিচ্ বেগমে মোকেইবা তেওঁৰ কাহিনী ক'বলৈ গ'ল কিয়? মইনো কোন? মোতকৈ আৰু ক'ত মৰমী মানুহ এই পৃথিৱীত আছে! আৰু হয়তো এনেকুৱা মানুহো আছে, যি সকলে নিজৰ অজানিতে, হয়তো বিল্‌কিচ্‌ৰ জীৱন আৰু পৃথিৱীৰ স'তে মোতকৈও বহু ভালদৰে পৰিচিত। তেনেহলে মই কিয়? এই হৃদয় বিদাৰক কাহিনীৰ সুপ্ত বোজা ময়ে বা কিয় বহন কৰি লৈ ফুৰিব লাগে?

বহুদিন ধৰি বিল্‌কিচ্ বেগমৰ কাহিনী মই গধুৰ শিল এছটা বুকুত লৈ থকাৰ দৰেই বহন কৰিলৈ ফুৰিছিলো। লেখক-সুলভ বহু প্ৰলোভনক ত্যাগ কৰি, কাকো কোৱা নাছিলোঁ বিল্‌কিচ্‌ৰ কথা। দিল্লীৰ সেই কুখ্যাত গলিৰ অখ্যাত ঘৰটোলৈ বহুবাৰ বিল্‌কিচ্‌ক বিচাৰি গৈছিলোঁ কিন্তু লগ হলে পোৱা নাছিলোঁ। বিল্‌কিচ্‌ৰ কাহিনী বুকুৰ মণিকোঠাতে আছিল। হয়তো এদিনাখন কৰ্মবহুল সাংবাদিক জীৱনৰ গতানুগতিক কটিনত সেই কাহিনীও পাহৰি গলোহেঁতেন। কিন্তু সেয়াতো নহ'ব—মই যে বিল্‌কিচ্‌ক কথা দিছিলো যে তেওঁৰ 'দৰ্দভৰী জিন্দেগীৰ দাস্তান' মই পৃথিৱীৰ মানুহক জনাম।

কিছুদিন আগতে আকৌ অভিশপ্ত চম্বলৰ মোৰেনা চহৰলৈ গৈছিলোঁ—ডকাইত বিচাৰি নহয়, আন কামত। মোৰেনালৈ গৈ মনত পৰিল দস্যুৰাণী পুতলীৰ কথা, তেওঁৰ মাক আচগৰী আৰু ছোৱালী তান্নোৰ কথা। আচগৰী নাই, আৰু তান্নো ক'ত আছে কোনে জানে? কিয় জানো হঠাতে বিল্‌কিচ্‌ৰ কথা মনত পৰি গ'ল। যদি 'অভিশপ্ত চম্বল'ত মই পুতলীৰ কথা নিলিখিলোহেঁতেন মই হয়তো বিল্‌কিচ্ বেগমৰ কথাও হয়তো লিখিব নেলাগিলহেঁতেন। বিল্‌কিচ্‌ৰ কাহিনী হয়তোবা বিল্‌কিচ্‌ৰ লগতে চিৰকালৰ কাৰণে হেৰাইগ'লহেঁতেন। আৰু তেওঁৰ সেই কাহিনী পঢ়ি হয়তো কোনেও নেহাঁহিলেহেঁতেন, আৰু কোনেও দুটোপাল চকুপানীও নেপেলালেহেঁতেন।

বহুদিন আগৰ কথা। দিল্লীৰ অফিচত বৰষুণৰ কাৰণে বৈ থাকিব লগীয়া হৈছিল। ৰাতি প্ৰায় ন বাজিছিল। চাপ্ৰাচী আহি খবৰ দিলেহি, কোনোবা এজনে মোৰ লগত দেখা কৰিব খোজে। মোৰ লগত? মোক দিল্লীত কোনে চিনি পায়? মইতো তিনিদিন হল অফিচৰ কামত ভোপালৰ পৰা আহিছোঁ। আচৰিততো হলোৱেই, লগতে কৌতুহলো হ'ল। অচিনাকি আগন্তুকক আহিবলৈ কলোঁ। যিজন মানুহ মোৰ সম্মুখত ওলালহি তেওঁক দেখা পায় বিস্মিত হলোঁ। কোনোদিনাখন কৰবাত তেওঁক

দেখিছো বুলি মনত পৰা নাই। সম্পূৰ্ণ অচিনাকি মুখ। সুন্দৰ চেহেৰাৰ এজন মুচলমান পুৰুষ। পিন্ধনত কলা শ্বেৰৱানী, চিলা পাইজামা, মুৰত লক্ষ্ণৌৰ দুপল্লী টুপী। আচৰিত হৈ তেওঁলৈ চাই ভাবিছিলো এই মানুহজনৰ মোৰ লগত কি কাম থাকিব পাৰে?

"আদাব্ আৰ্জ, জনাব-আলী—"

"তচলীমাত্,—আপকো তো -"

মোৰ কথা শেষ হোৱাৰ আগতেই তেওঁ কলে "পহচানা নহী"। মই চিনি পোৱাৰ কথাও নহয়, সেই কাৰণে মোৰ প্ৰশ্ন শেষ হোৱাৰ আগতে কলে, "আপুনি মোক চিনি নেপাব। মোৰ নাম ৰিয়াজ আহমদ। বহু কষ্ট কৰি আপোনাক বিচাৰি পাইছোঁ। আপুনি এবাৰ মোৰ লগত আহিব লাগে। খুব দৰকাৰী কাম আছে।"

মই অচিনাকি আগন্তুকৰ ফালে একদৃষ্টিৰে চাই আছিলোঁ। অদ্ভুত আব্দাৰতো? নেজানোঁ চিনি নেপাও, এই ৰৰযুগৰ ৰাতি তেওঁৰ ইচ্ছাত তেওঁৰ লগত যাব লাগিব। মই বিৰক্ত আৰু আচৰিত হোৱা বোধহয় মানুহজনে ধৰিব পাৰিছিল। এইবাৰ করুণ-ভাবে ক'লে: "আপুনি যোৱা-নোযোৱাৰ ওপৰত এজনৰ জীৱনৰ শেষ আশা নিৰ্ভৰ কৰিছে।" এনেকুৱা অদ্ভুত পৰিস্থিতিত জীৱনত কোনোদিনাখনে পৰা নাছিলোঁ। মই যোৱা নোযোৱাৰ ওপৰত এই দিল্লীত সম্পূৰ্ণ অচিনাকি এজনৰ জীৱনৰ শেষ আশা কেনেকৈ নিৰ্ভৰ কৰিব পাৰে, এই প্ৰকাৰ কোনো উত্তৰে বিচাৰি পোৱা নাই। কোন হব পাৰে তেওঁ?

"কিন্তু মইতো আপোনাৰ কথা ঠিক বুজিব পৰা নাই?" ক'ব নোৱাৰাকৈ মোৰ মাততো ডাঙৰকৈ ওলাই আহিল।

"সকলো বুজিব পাৰিব হুজুৰ। মোৰ লগত আপুনি আহক।" মানুহজনৰ চকুৰে মুখে মিনতি।

"কোন মানুহৰ ওচৰলৈ মই যাব লাগে? কিয়?"

"বিল্‌কিচ্ বেগমৰ ওচৰলৈ।"

বিল্‌কিচ্ বেগম? যেন আকাশৰ পৰাহে পৰিলোঁ। জীৱনত এই নাম কেতিয়াবা শুনিছো বুলি মনত পৰা নাই। কোনবা বিল্‌কিচ্ বেগম, আৰু তেওঁৰ ওচৰলৈকে বা কিয় যাম? খঙ কৰিয়েই উত্তৰ দিলো।

মানুহজনৰ প্ৰায় কান্দো কান্দো অৱস্থা। "হুজুৰ, মোক ইয়াতকৈ বেছি প্ৰশ্ন নকৰিব। মই উত্তৰ দিব নোৱাৰিম। আপুনি মোৰ লগত বলক। আপোনাৰ কোনো ক্ষতি নহয়। আপুনিতো ৰাতিৰি কাকতৰ কামত কিমান ঠাইলৈকে যায়। কিছুসময় মোৰ লগত আহকনা। আল্লাহ-তালাহ আপোনাৰ ভাল কৰিব।"

কৌতুহল হ'ল। দেখা যাওক না কথা কি। কিন্তু এই ভাবি আচৰিত হৈছিলোঁ



মানুহজনে মোক বিচাৰি পালে কেনেকৈ? মানুহজনৰ লগত ওলাই আহিলোঁ, ৰৰষুণ কমি আহিছিল। টেক্সীত বহি প্ৰশ্ন কৰিলোঁ, "তুমি মোৰ খবৰ কেনেকৈ পালা?" মানুহজনে বিনয়ৰ হাঁহি এটি মাৰি ক'লে "হুজুৰক বিচাৰি উলিয়াওতে মোৰ খুব কষ্ট হৈছে। আপোনাক বিচাৰি ভুপাললৈ গৈছিলো। তালৈকে গৈ শুনিলোঁ আপুনি দিল্লী অফিচলৈ অহা বুলি। বহু কষ্ট কৰি আপোনাক বিচাৰি পাইছোঁ। চুকৰ্ হ্যায় পৰৱৰ দিগাৰ কী, আপ মিল তো গয়ে।"

"কিন্তু মই যে ভুপালত থাকোঁ, সেয়া তুমি কেনেকৈ জানিলা?"

"মই নেজানো, বিল্‌কিচ্ বেগমে জানে।"

"বিল্‌কিচ্ বেগম? তেওঁ কেনেকৈ জানিলে? তেওঁক জীৱনত মই কোনোদিনাখন দেখাও নাই চিনাকিও নাই।"

"মই সকলো নেজানোঁ। আপোনাৰ লেখা এখন কিতাপ বিল্‌কিচ্ বেগমৰ ওচৰত আছে। তাৰ পৰাই ঠিকনা বিচাৰি বিল্‌কিচ্ বেগমে মোক দিছিল।"

মোৰ লেখা কিতাপ বিল্‌কিচ্ বেগমৰ হাতত? ইয়াতকৈ আচৰিত কথা কি হ'ব পাৰে।

"কিন্তু মই লেখা কিতাপ তেওঁ কেনেকৈ পালে? আৰু পঢ়িলেই বা কেনেকৈ?"

"মই নেজানোঁ হুজুৰ। বিল্‌কিচ্ বেগমে কৈছিল, আপুনি হেনো ডকাইত সকলোকলৈ এখন কিতাপ লিখিছিল। তাৰে উৰ্দু তৰ্জমা তেওঁৰ হাতত আছে।"

আশ্বস্ত হলো। কিন্তু কিতাপৰ পৰা ঠিকনা লৈ লেখকক বিচাৰি উলিওৱা, মোৰ জীৱনত এই প্ৰথম। কিমান সময় গৈ আছিলোঁ নেজানো। হঠাতে এঠাইত ৰিয়াজ আহমদে কলে, "হুজুৰে অলপ কষ্ট কৰি নামিব লাগিব।" বাহিৰলৈ চাই দেখো— খিটমিটিয়া অন্ধকাৰ এক দুৰ্গন্ধময় গলিৰ সম্মুখত ঠিয় হৈ আছোঁ। মোৰ মনৰ ভাব বোধহয় ৰিয়াজ আহমদে বুজিব পাৰিছিল। লাজ লাজকৈ ক'লে, "মই জানো, হুজুৰৰ খুব কষ্ট হ'ব। কিন্তু আপুনি নগ'লে নহ'ব। আপুনি নগ'লে বিল্‌কিচ্ বেগম জীয়াই নেথাকে।" মই আচৰিত হৈ থকা ক্ষণবোৰ কেতিয়া যে পাৰ হ'ব বুজিব পৰা নাছিলো। মই যোৱা নোযোৱাৰ লগত এগৰাকী অচিনাকি বিল্‌কিচ্ বেগমৰ জীয়াই থকা নথকাৰ কি সম্বন্ধ থাকিব পাৰে সেয়া মই বুজিব পৰা নাছিলোঁ।

এটি সৰু ঘৰৰ সম্মুখত ৰিয়াজ আহমদ ৰ'লহি। দুৱাৰখন ঠেলোতেই মেল খাই গ'ল। অন্ধকাৰ, সেমেকা ঘৰ। একাষত এটা হাৰিকেন জ্বলি আছে। ঘৰৰ পৰিবেশ, ক'ব পৰা যায় ডিপ্ৰেচিং। দাৰিদ্ৰ্য, মলিনতা, আৰু দুখৰ ছায়া গোটেই ঘৰৰ পৰিবেশত দেখা যায়। আন একাষত খাটিয়া এখন আছে। একো দেখা বা বুজিব পৰা নাছিলো। এয়া কলৈ আহিলোঁ? কোনো বিপদত পৰা নাইতো? ঘৰৰ পৰা ওলাই আহিব খোজোতেই হঠাতে এটা কোণৰ পৰা অতি কষ্টমিহিলি মাতেৰে

কোনোবাই যেন কলে: "ৱহ আয়ে ঘৰ মে হামাৰে খুদা কি কুদৰত্ হ্যায় কভি উনকো, কভি আপনে ঘৰ কো দেখতে হ্যায়।" (তেওঁ আজি মোৰ ঘৰলৈ আহিছে, ভগবানৰ অসীম কৃপা। মই বিহ্বল হৈ কেতিয়াবা তেওঁক, কেতিয়াবা মোৰ ঘৰলৈ চকু ফুৰাইছোঁ)।

প্ৰায় লগে লগে বিয়াজ আহমদে ক'লে, "খিলকিচ্ বেগম—মই হুজুৰক লৈ আহিছোঁ।" কোঠাত থকা লেম্পটোৰ ফিটাডাল বঢ়াই দিলে।

আকৌ খাটিয়াৰ পৰা ফুচফুচাই, ক'লে: "হুজুৰে আনৱৰ কো খিল্‌কিচ্ কা আদব পহুঁচে। হুজুৰ কি বহোৎ ইনায়ত। বহোৎ বহোৎ চুকৰিয়া।" (হুজুৰক খিল্‌কিচে নমস্কাৰ জনাইছে, হুজুৰৰ অসীম দয়া, অসীম কৃপা। হুজুৰক ধন্যবাদ।)

মনে মনে আছিলোঁ। কি কৰিম বা কি ক'ম একো বুজিব পৰা নাছিলোঁ। আকৌ তেওঁ কৈ উঠিল: "মই জানিছিলোঁ হুজুৰ আহিবই।"

খাটিয়াৰ ওপৰত এক অস্পষ্ট ছায়া উঠি বহিবলৈ চেষ্টা কৰিলে। বিয়াজ আহমদে প্ৰায় চিঞৰি ক'লে, 'তুমি উঠি নবহিবা খিল্‌কিচ্ বেগম। হুজুৰ আপুনি অলপ ওচৰলৈ আহক।"

এনে অৱস্থাত কি কৰা উচিত একোকে ধৰিব পৰা নাছিলোঁ। নিজকে ভীষণ অসহায় যেন বোধ হ'ল। মনলৈ নানান চিন্তা আহিবলৈ ধৰিলে। আকৌ কানত পৰিলহি— "হুজুৰ, আপুনি এবাৰ ওচৰলৈ আহক, খিল্‌কিচ্ বেগমে আপোনাক চাব খুজিছে।"

বোধহয় নিজে ক'ব নোৱাৰাকৈ খাটিয়াৰ ওচৰ পালোহি। কিন্তু হঠাতে যেন কোনোবাই মোক চাবুকেৰে মাৰিলে। খাটিয়াৰ ওপৰত যাক দেখিলো তেওঁক দেখা পায় চমকি আৰু ভয়ত চিঞৰি নুঠাহেঁতেনহে আচৰিত হলোহেঁতেন! ভাব হ'ল এক জীৱন কঙ্কাল খাটিয়াৰ আধামৰলা বিছনাৰ সতে মিলি শুই আছে। অকল সেয়েই নহয়, ভাব হৈছিল এটা গাঢ় সেউজ ৰঙৰ গাৰাবা আৰু কুৰ্তা কোনোবাই যেন বিচনাত পেলাই থৈছিল। কুৰ্তাৰ ওপৰৰ ফালে ৰাশি ৰাশি ৰেখাৰে ভৰপুৰ পাণ্ডুৰ এখন মুখ। বগা চুলি সিঁচৰিত হৈ আছে। চকু দুটি স্তিমিত—কিবা যেন বিচাৰিছে। গাল দুখন সোমাই গৈছে।

আকৌ তেওঁ মাত দিলে, "গৰীব-পৰৱৰ ঝৰা ঝৰা নজদীক্ আইয়ে, ঝৰা হুজুৰকে দীদাৰ তো হো জায়ে। বহুত তকলীফ ঝেলী হ্যায় আপনে ইচ্ বদনচীবকে লিয়ে, থোৰি আউৰ চহী।" (হুজুৰ অলপ ওচৰলৈকে আহক, মই এবাৰ আপোনাক দুচকু ভৰাই চাওঁ। মোৰ কাৰণে আপুনি যথেষ্ট কষ্ট কৰিছে, আৰু অলপ সহ্য নহয় কৰিলেই।)

আকৌ অলপ আগুৱাই গলো। এইবাৰ তেওঁক স্পষ্টভাবে দেখা পালোঁ। আকৌ সেই মাত: "চালাম আলেকুম্ হুজুৰ।"



"ওৱালেকুম চালাম"—ক'ব নোৱাৰাকৈ উত্তৰ দিলোঁ।

বিয়াজ আহমদে লেম্পটো আৰু অলপ বেছিকৈ জ্বলাই দিব খোজতে মুহূৰ্তৰ কাৰণে শুই থকা কঙ্কালটোৰ ওপৰত শেষ পোহৰকোন পৰি দপ্‌কৈ নুমাই গ'ল।

এটি বেসুৰা কৰ্কশ মাত শুনা গ'ল: "বিয়াজ আহমদ্ ৰোশনি গুল হো গই, য়া মেৰী আখোঁ কী ৰোশনি যাতি ৰহি।" (বিয়াজ আহমদ—ঘৰৰ পোহৰ নুমাই গ'ল, নে মোৰ চকুৰ দৃষ্টি নাইকীয়া হ'ল?) আচৰিত ভাবে বেদনামিহলি সেই কণ্ঠস্বৰ।

এন্ধাৰৰ মাজতে বিয়াজ আহমদৰ উত্তৰ শুনিলো—"নহয় বেগম, কোঠাৰ পোহৰ নুমাই গৈছে। মই জ্বলাই লৈ আঁহো।" কথা কোৱাৰ লগে লগে হাৰিকেনতো জ্বলাই দিলে। কিন্তু জ্বলোৱাৰ লগে লগে পুনৰ নুমাই গ'ল। নুমোৱাৰ আগতে কেইটিমান মুহূৰ্তৰ কাৰণে একাজলি পোহৰ কঙ্কালৰ ওপৰত পৰিল। মোৰ কাৰণে সেই পোহৰ-খিনিয়ে যথেষ্ট আছিল। তাতেই বুজিব পাৰিছিলোঁ—যি কঙ্কাল আজি মোৰ সম্মুখত পৰি আছে, তেওঁ এসময়ত এক অপৰূপ সুন্দৰী নাৰী আছিল। ভাবিবলৈ চেষ্টা কৰিছিলোঁ—আজিৰ পৰা বহুদিন আগতে এই কঙ্কালৰ ৰূপ কেনে আছিল। কোঠাৰ ভিতৰত নিস্তব্ধতা। সেই নিৰৱতা ভঙ্গ কৰি বিয়াজ আহমদৰ মাত শুনা গ'ল: হুজুৰ মই নতুন কান্দিল (হাৰিকেন) লৈ এতিয়াই আহিম।" বিয়াজ আহমদে দুৱাৰ খোলা শব্দ শুনিলো আৰু শুনিলো বাহিৰত বৰষুণৰ শব্দ, লগতে বিজুলীৰ চিকচিকনি, দুৱাৰখন সশব্দে বন্ধ কৰি বিয়াজ আহমদ ওলাই গ'ল—আৰু ঠিক তেনে সময়তে অস্থিময় আঙুলি কেইটামানে মোৰ সোঁহাতৰ আঙুলি কেইটা হেঁচি ধৰিলে। চমকি উঠিলোঁ অলপ ভয়ত, অলপ ঘৃণাত মোৰ শৰীৰ জিকাৰ খাই উঠিল। কিন্তু কেইটিমান মুহূৰ্তৰ কাৰণে।

আকৌ কঙ্কাল সদৃশ সেই নাৰীমূৰ্তিৰ মাত কানত পৰিল: "হুজুৰক মই বেছি কষ্ট নিদিও। মই আৰু বেছিদিন থকা আলহী নহয়। মোৰ সময় হৈছে। কিন্তু মোৰ বুকুৰ ওপৰত এছটা গধুৰ শিল আছে। সেয়া মই নমাব লাগে। মই যোৱাৰ আগতে মোৰ জিন্দগীৰ দাস্তান (জীৱন কাহিনী) আপোনাক শুনাব খোঁজো। মোৰ হাতত সময় বেছি নাই। হুজুৰে জানো শুনিব?"

এই প্ৰথম মই কথা ক'লো। "কিন্তু খিল্‌কিচ্ বেগম, মই কিয়? মোতকৈ বহু হমদৰ্দ (সমব্যথী) মানুহ তো আছে। মই ক'ব মানুহ, কিয় তুমি মোক তোমাৰ জিন্দগীৰ কাহিনী শুনাবা?"

হাঁহি-কান্দোন মিহলি এক অদ্ভুত মাতেৰে তেওঁ কলে—"হুজুৰক মই চশম্‌দীদ্ (নিজৰ চকুৰে) কেতিয়াও দেখা নাই কিন্তু হুজুৰৰ কথা মই শুনিছোঁ। মই জানো যে 'গিৰতেঁ কো থাম লেতে হ্যাঁয়।' (পৰিব খোজা জনক তুলি ধৰে)! শুনিছোঁ

হজুৰৰ মেহেৰবাণীৰ কথা আৰু শুনিছোঁ হজুৰৰ ইনচানিয়েতৰ কথা। শুনিছোঁ হজুৰ আমাৰ নিচিনা বদনচীৱ, বদনাম আওৰৎসকলৰ প্ৰতি হমদৰ্দ।"

"বিল্‌কিচ্‌ বেগম, দুনিয়াত কোনোৱে বদনচীব্‌ বদনাম আওৰৎ নহয়। তেওঁ-লোকৰ বদনচীব্‌, বদনাম নিজৰ দোষত নহয়, আনৰ দোষতহে হয়।"

"আকৌ এবাৰ কথাষাৰ্‌ কওঁক হজুৰ।" বিল্‌কিচ্‌ৰ হাতৰ আঙুলিয়ে মোৰ হাতৰ আঙুলী চেপি ধৰিলে।

আকৌ কলোঁ।

হঁহাৰ চেষ্টা কৰি বিল্‌কিচে বহুদিনৰ পুৰণি এটি উৰ্দু কবিতা নিজৰ মনতে আওৰা-বলৈ ধৰিলে:

"হম আহ্‌ ভী ভৰতে হ্যাঁয় তো হোযাতে হ্যায় বদনাম

বহ কত্‌ল ভী কৰতে হ্যাঁয় তো চৰ্চা নহী হোতী।

(মই দীঘল নিশ্বাস পেলালেও মানুহে বদনাম কৰে। তেওঁ হত্যা কৰিলেও মানুহে একোকে নকয়)।

তাৰপিচতেই আৰম্ভ হৈছিল বিল্‌কিচ্‌ বেগমৰ সেই অসহ্য বেদনাময় কাঁহ। শৰীৰ কঁপি কঁপি উঠিছে। আৰু কাঁহৰ লগে লগে এষাৰ কথা শুনিছো "ইয়া-আল্লাহ্‌ পৰবৰ দীগাৰ উঠা লে মুঝে।" (হে ভগবান, দয়া কৰি, এইবাৰ মোক লৈ যোৱা) কিয় জানো হঠাতে কি হল মই নেজানোঁ, মোৰ খঙ, ঘৃণা, ভয় ক'ৰবালৈ গ'ল। অস্থিময় সেই নাৰীদেহৰ আঙুলি কেইটা মই নিজে চেপি ধৰিলোঁ: "বেগম, মোক কিবা ক'বা?"

"হয় হজুৰ, আৰু ওচৰলৈ আহক। আজিতো সকলো কথা আপোনাক ক'ম। কিন্তু মোৰ হাতত সময় বেছি নাই। মোৰ নিজৰ মাত মই নিজেই শুনা নাই।"

"বেগম তোমাৰ একো হোৱা নাই। কোৱা তুমি কি ক'বা। মই সকলো শুনিম। যদি গোটেই ৰাতি শুনিব লগা হয়, তেতিয়া হলেও শুনিম।"

"চুক্‌ৰিয়া হজুৰ।" কৈয়ে বিল্‌কিচ্‌ বেগমে কিবা এটা যেন বিচাৰিবলৈ ধৰিলে। বাও হাতখনেৰে ফটা তুলিৰ তলত কিবা এটা যেন বিচাৰিবলৈ ধৰিলে। মই মুখখন ওচৰলৈ নি সুধিলোঁ, "কি বিচাৰিছা বিল্‌কিচ্‌?" হঠাতে বিল্‌কিচে ক'ৰপৰা ইমান শক্তি পালে একে টানতে তুলিৰ তলৰ পৰা মৰলা কাপোৰেৰে বন্ধা এটি বাণ্ডিল টানি উলিয়ালে। তাৰপিচত ক'লে: "হজুৰ এয়া আপোনাৰ ওচৰত ৰাখক।"

"এয়া লৈ মই কি কৰিম বিল্‌কিচ্‌"?

"হজুৰ ইয়াতে তো আছে মোৰ জিন্দগীৰ দাস্তান। ইয়াৰ পৰাইতো আপুনি লিখিব মোৰ জিন্দগীৰ আফচনা (কাহিনী)। কিন্তু হজুৰ, খুদা-কি-কচম, কাকো আপুনি এয়া নেদেখুৱাব। কওঁক, মোক কথা দিয়ক।"



"কথা দিলো বেগম।" কিয় নেজানো সেই অদ্ভুত পৰিৱেশত নিজেও হয়তো অলপ ভাবপ্ৰৱণ হৈ পৰিছিলো।

দুৱৈত ভৰিৰ শব্দ শুনিলো। বোধহয় ৰিয়াজ আহমদে পোহৰ লৈ আহিছে।

"হজুৰ সেয়া লুকাই থওঁক। দুনিয়াত সেয়া কোনোৱে দেখা নাই। কোনোৱে নেজানে মোৰ জিন্দগীৰ দাস্তান। যি জনৰ জনা উচিত আছিল তেওঁৱে নেজানে। খুদা-কে লিয়ে সেয়া লুকাই পেলাওক।"

অ'ভাৰকোটৰ পকেটত বাণ্ডিলটো থৈ দিছিলোঁ। সেইদিনাখন মোৰ অ'ভাৰকোটৰ পকেটত এজনৰ জীৱনৰ দুখৰ কাহিনী—যি কাহিনী আজি মই লিখিবলৈ বহিছো। ইয়াৰ মাজত মোৰ একো নাই। সেই বাণ্ডিলৰ মাজত ফটা পুৰণি কাগজত অকোৱা পকোৱা উৰ্দুত লিখা কেইটিমান মাত্ৰ পাত পাইছিলোঁ। আৰু সেই পাতকেইখিলাৰ মাজতে মই পাইছিলোঁ বিল্‌কিচ্‌ বেগমৰ জিন্দগীৰ দাস্তান।

"হজুৰ আপুনি কেতিয়াবা লক্ষ্ণৌলৈ গৈছেনে?" বিল্‌কিচ্‌ৰ মুখ প্ৰায় মোৰ মুখৰ ওচৰত।

"বহুবাৰ গৈছোঁ, কিন্তু কিয়?"

"আপুনি কোনোবাদিনাখন আনোখী বেগমৰ নাম শুনিছে?"

"আনোখী বেগম? সেই মশহুৰ কথক নাচনেৱালী আৰু গজল গানৰ সম্ৰাজ্ঞী? সেয়াতো বহুদিন আগৰ কথা বেগম, তেওঁৰ কথা কিয় সুধিছা?"

বিচনাত শুই থকা বিল্‌কিচ্‌ বেগমৰ দেহটো কঁপি উঠিল।

"কোৱা বেগম, তুমি আনোখীৰ কথা কিয় সুধিছা?"

"হজুৰে আন্‌বৰ, যি দস্তাবেজ আজি আপোনাক মই দিলোঁ, তাত মোৰ দাস্তান খুব কমেই আছে। ফটা পুৰণি কাগজত যি লিখা আছে সেয়া হল আনোখী বেগমৰ কাহিনী।"

"কিন্তু আনোখী বেগমৰ দাস্তান লৈ মই কি কৰিম? আৰু তেওঁৰ লগত তোমাৰ দাস্তানৰেই বা কি সম্পৰ্ক?"

ৰিয়াজ আহমদৰ ভৰিৰ শব্দ শুনিছোঁ। কিন্তু ৰিয়াজ আহমদ অহাৰ আগতেই কেইটিমান প্ৰশ্নৰ উত্তৰ যে মোক লাগে।

জানোঁ কি হ'ল, হঠাতে ভাবাবেগত বিল্‌কিচ্‌ বেগমৰ কঙ্কালৰূপী মুখখন নিজৰ দুহাতেৰে ধৰি চিঞৰি উঠিলো, "কোৱা বেগম আনোখীৰ দস্তাবেজ লৈ মই কৰিম? আনোখীৰ লগত তোমাৰ কি সম্বন্ধ?"

"হজুৰ ম্যয় ৰোশনী লে আয়া হুঁ।" দুৱাৰখন খোল খাই গ'ল। বৰষুণত ভিজা ৰিয়াজ আহমদ্‌ কোঠাৰ ভিতৰলৈ সোমাই আহিল। ক'ৰবাত দূৰৈত বিৰাট শব্দ কৰি বজ্ৰপাত পৰিল। আৰু বিজুলীৰ হঠাতে চিকিমিকাই উঠা পোহৰত বিল্‌কিচৰ

অন্ধকাৰ ঘৰ খন্তেকৰ বাবে হেৰাই গ'ল। কেইটিমান মুহূৰ্তৰ কাৰণে। সেই মুহূৰ্ত খিনিত দেখিলো কঙ্কালৰ সম্পূৰ্ণ চেহেৰা। থৰ থৰকৈ কঁপি হঠাতে নিথৰ হৈ গ'ল।

"বেগম! বেগম!" চিঞৰি উঠিলোঁ।

"কোই বাত নহী হুজুৰ। বেহোচ হো গয়ী হোগী। ৰোজই হোতী হ্যায়। ম্যায় ফিৰ যাতা হুঁ। ডাক্দাৰ চাহাব কো লে আতা হুঁ।" ৰিয়াজ আহমদ ওলাই গ'ল।

"ৰিয়াজ আহমদ, ৰিয়াজ আহমদ, এক মিনিট ৰুকো। ম্যায় ভী আতা হুঁ।" বৰষুণৰ শব্দত বোধহয় তেওঁ মোৰ কথা নুশুনিলে।

পাৰ হৈ যোৱা সময়কনৰ ভিতৰত কিছু কথা ধৰিব পাৰিছোঁ। কিন্তু সকলো কথা স্পষ্ট হোৱা নাই। আনোখী বেগমৰ নাম শুনিছোঁ। লক্ষ্ণৌৰ নামকৰা বাঈজী। কিন্তু বিল্‌কিচ্ বেগম কোন? তেওঁৰ হাতত আনোখীৰ দস্তাবেজ কিয়, আৰু কেনেকৈ আহিল?

আকৌ কৰবাত বজ্ৰপাত পৰিল। আকৌ বিজুলী মাৰিলে। ৰিয়াজ আহমদে দুৱাৰ বন্ধ কৰিবলৈ পাহৰি গৈছিল। আকৌ আগৰ দৰে সেই হঠাৎ পোহৰ আহি বিল্‌কিচ্ বেগমৰ খাটিয়াৰ ওপৰত পৰিছেহি। কোন এয়া ৰহস্যময়ী নাৰী? কি সম্পৰ্ক এওঁ আনোখীৰ লগত? সেই হঠাতে পৰা পোহৰত যিখিনি বুজিব পাৰিছোঁ, যি চেহেৰা আজি মোৰ সম্মুখত পৰি আছে, সেয়া একালত অপৰূপ সুন্দৰী আছিল। লাহে লাহে সকলো স্পষ্ট হ'ব ধৰিলে। এতিয়াৰ স্তিমিত এই চকুৱে এসময়ত বোধহয় হেজাৰ হেজাৰ মানুহক ৰলিয়া কৰি তুলিছিল। তেজহীন পাণ্ডুৰমুখ আৰু গাল একালত সদ্য প্ৰস্ফুটিত গোলাপৰ দৰেই নিশ্চয় ৰঙা আছিল। বহিযোৱা বুকুখনে নিশ্চয় একালত বহুতকে আহ্বান কৰি আনিছিল। যি শৰীৰে আজি কঙ্কালৰ ৰূপ ধাৰণ কৰিছে সেই শৰীৰৰ সামান্য স্পৰ্শ পোৱাৰ বাবে কিমান মানুহে হয়তো উন্মাদ হৈ উঠিছিল আৰু মাজনিশা সপোন দেখি হঠাতে টোপনিৰ পৰা উঠি বহিছিল।

আজিৰ ৰূপহীন সেইদিশলৈ চাই বহু কথাই ভাবিছিলোঁ। বগা চুলিখিনি খাটৰ ওপৰত চাৰিওফালে সিঁচৰিত হৈ পৰি আছে। চকুৰ কোণত ক'লা দাগ। সময়ৰ সীমা সংখ্যাহীন আচোঁৰে তাৰ নিৰ্মম চিন সেই গালৰ ওপৰত থৈ গৈছে। বগা পদ্ম-পাপৰিৰ দৰে আঙুলিবোৰ কেনেকুৱা যেন শেঁতা মলিন হৈ গৈছে।

"ডাকদৰ চাহেব আ গয়ে। ডাকদৰ চাহেব আ গয়ে।" ৰিয়াজ আহমদে মাত দিলে। দস্তাবেজ লৈ ঠিয় হলো। ওলাই যোৱাৰ কাৰণে দুৱাৰমুখলৈ আগবাঢ়িলোঁ। হঠাতে শুনিলো, "হুজুৰে আনৱৰ্ অল্‌বিদা।" (হুজুৰ—শেষ বিদায়)। থমকি ঠিয় হৈছিলোঁ।

"নহী বিল্‌কিচ্—অল্‌বিদা নহী, ফিৰ মিলেঙ্গে।"

"ইন্‌শে আল্লাহ্। ফিৰ মিলেঙ্গে। খুদা হাফিজ।"



কিন্তু অল্‌বিদাই হৈছিল। পুনৰ বিল্‌কিচ্ বেগমৰ লগত মোৰ দেখা হোৱা নাছিল। সেই ধুমুহা-বৰষুণৰ ৰাতিয়েই মোৰ তেওঁৰ লগত শেষা দেখা-দেখি হৈছিল। তাৰ পিচত বিল্‌কিচ্‌ক খুব বিচাৰিছিলোঁ। কিন্তু তেওঁক বিচাৰি পোৱা নাছিলোঁ। ৰিয়াজ আহমদ—তেৰোঁ যেন ক'ত হেৰাই গৈছিল। দিল্লী আৰু লক্ষ্ণৌ চহৰৰ বহু ঠাইত তেওঁলোকক বিচাৰিছিলোঁ কিন্তু পোৱা নাছিলোঁ।

"খুদা হাফিজ বেগম" বুলি মাত দি ওলাই আহিব খোজতেই—ডাক্তৰ লৈ ৰিয়াজ আহমদ সোমাই আহিছিল। নিঃশব্দে ডাক্তৰে বিল্‌কিচ্‌ক টোপনি অহাৰ ইঞ্জেকচন দি গুছি গ'ল। তেওঁ খুব ভালভাবে তেওঁৰ ৰোগীক জানিছিল। ৰিয়াজ আহমদে ডাক্তৰক আগবঢ়াই থবলৈ গ'ল। আকৌ মই অকলে। ভাবিলোঁ বোধহয় তেওঁ এতিয়াই উভতি আহিব। আকৌ বৰষুণ পৰিবলৈ ধৰিলে। ৰিয়াজ আহমদ নহাই হ'ল। টোপনিতে বিল্‌কিচ্ বেগমে কিবা যেন বিৰবিৰাইছে। কাণ পাতি শুনিবলৈ চেষ্টা কৰিলোঁ। কেইটিমান নাম কানত পৰিল। মহাৰাজাধিৰাজ ৰুদ্ৰপ্ৰতাপ সিং মহাৰাজ আদিত্যনাৰায়ণ সিং, লাহিড়ী চাহেব, কৰ্ণেল চাহেব, মেমচাহেব, চালামত মিঞা, নবাব চিকন্দৰ খাঁন। কোন তেওঁলোক, মই একোকে নেজানোঁ।

বহুদিন আগৰ কথা। কিন্তু আজিও সেই ৰাতিৰ কথা মোৰ মনত পৰে। গোটেই ৰাতি বিল্‌কিচ্‌ৰ ওচৰত বহি আছিলোঁ। গোটেই ৰাতি বিল্‌কিচে প্ৰলাপ বকিছিল। কিছুকথা বুজা নাই। কিছু বুজিব পাৰিছোঁ। বিল্‌কিচ্ বেগমৰ সেই টুকুৰা টুকুৰ ভগা ভগা প্ৰলাপ আৰু আনোখী বেগমৰ দস্তাবেজ—সেয়াইতো মোৰ সম্বল। সেই সম্বলকে লৈ আজি মোৰ এই লেখা। যদিও কোনো অসঙ্গতি থাকে, যদি ক'ৰবাত সময়ৰ ব্যৱধান থকা বুলি ভাব হয় সেই দোষ মোৰ নহয়। সেই দোষ, বিল্‌কিচ্ বেগমৰ প্ৰলাপ বাৰ্তাৰ, আৰু আনোখী বেগমৰ ফটা ছিটা জীৰ্ণ দস্তাবেজৰ। এই দুজনৰ কাহিনী লৈয়ে মোৰ কাহিনী। বহুদিন, বহুবছৰ এই কাহিনী আৰু এই দস্তাবেজৰ কথা মই কাকো কোৱা নাই। কাৰণ মই ভাবিছিলোঁ এয়া মোৰ জীৱনৰ নিজস্ব অভিজ্ঞতা। এদিনাখন হঠাতে ভাবিলোঁ, লেখক হিচাবে মোৰ দায়িত্ব আছে আৰু আছে মোৰ প্ৰতিজ্ঞা। বিল্‌কিচ্ বেগমক দিয়াৰ মোৰ প্ৰতিজ্ঞা। লেখক হিচাবে আমাৰ দায়িত্ব হয়তো কেতিয়াবা পালন কৰিব নোৱাৰিব পাৰো—কিন্তু বিল্‌কিচ্ বেগমক দিয়া হামদৰ্দৰ কচ্‌ম, সেয়াতো মই মানুহ হিচাবে পালন কৰিবই লাগিব। সেই কাৰণে এই লেখা। ইয়াত বহু ভুল আছে। আছে বহু অসঙ্গতি। কিন্তু তাৰ কাৰণে দায়ী বিল্‌কিচ বেগমৰ প্ৰলাপ আৰু আনোখী বেগমৰ অসংলগ্ন তাৰিখহীন ডায়েৰী। যদি মই আনোখী বেগমৰ ডায়েৰীখনেই ছপাই দিলোহেঁতেন তেনেহলে, বহু পাষাণহৃদয় পাঠকৰো চকুত পানী দেখা গলহেঁতেন। কিন্তু সেই কথা যাওক।

এটা কথা স্পষ্টকৈ কোৱাত মোৰ কোনো বাধা নাই। মোৰ লগত বিল্‌কিচ্ বা আনোখীৰ কোনো সম্পৰ্ক নাছিল। আনোখীকতো মই কোনোদিনাখনে দেখাই নাছিলোঁ আৰু বিল্‌কিচ্ বেগমক যেতিয়া দেখিছিলোঁ, তেতিয়া তেওঁ মোৰ লগত মধুৰ সম্পৰ্কৰ বহু বাহিৰত। কিন্তু স্বীকাৰ কৰিছোঁ, আৰু এই স্বীকাৰোক্তিত কোনো ক্ষতি নহয়— বিল্‌কিচ্ বেগমক সেই ৰাতি মই ভালপাই পেলাইছিলোঁ। কিন্তু মোৰ ভালপোৱা আছিল মুহূৰ্তৰ কাৰণে।

আকৌ ভৰিৰ শব্দ শুনিলোঁ। ৰিয়াজ আহমদ উভটি আহিল। ৰাতি পুৱাই আহি-ছিল। "ক্ষমা কৰিব হজুৰ। বৰসাৎ কে মাৰে ম্যায় আ নহী ছকা।" ৰিয়াজ আহমদে ক'লে।

"কোই বাত নহী। ম্যঁয় আব যা ৰহা হুঁ।" বাহিৰলৈ ওলাই আহিলোঁ। ক'লা ঘন মেঘ বিদীৰ্ণ কৰি তেতিয়া প্ৰভাতী সূৰ্যৰ প্ৰথম স্নিগ্ধ কিৰণ বিল্‌কিচ্‌ৰ কোঠাৰ খাটিয়াৰ ওপৰত পৰেছেহি।

সেৱা মোৰ বিল্‌কিচ্‌ৰ লগত শেষ দেখা। বিল্‌কিচ্‌ক বহু বিচাৰিছোঁ, কতো হলে বিচাৰি পোৱা নাছিলোঁ। পোৱা নাছিলোঁ ৰিয়াজ আহমদকো। বিল্‌কিচ্‌ৰ প্ৰলাপ আৰু আনোখীৰ দস্তাবেজ—এয়া লৈ বহুদিন মনৰ লগত যুদ্ধ কৰিছোঁ। কথা দিছিলো বিল্‌কিচ্‌ক, তেওঁৰ আফচানা, তেওঁৰ জিন্দগীৰ দাস্তান্ মই লিখিম। কিন্তু মই নিজেই নেজানো তাৰ কিমানখিনি সঁচা আৰু কিমানখিনিয়ে বা মিছা। বিল্‌কিচ্ ক'ত আছে, আৰু আছে নে নাই সেয়াও নাজানোঁ। ভাবিছিলোঁ হয়তো কোনোদিনা-খনেই বিল্‌কিচ্ বেগম আৰু আনোখী বেগমৰ দাস্তান নিলিখোঁ। কিন্তু এদিনাখন হঠাতে হজৰতগঞ্জত ৰিয়াজ আহমদৰ লগত দেখা হ'ল। চিকনৰ পাঞ্জাবী দোকানৰ চেলছমেনক দেখি মোৰ চিনি পোৱাত ভুল হোৱা নাছিল। দাড়ি গোঁফ থাকিলেও ৰিয়াজ আহমদ ৰিয়াজ আহমদেই।

চমকি উঠিছিল ৰিয়াজ আহমদ যেতিয়া মই কৈছিলোঁ: "আদাব আৰজ ৰিয়াজ মিয়াঁ।"

মুহূৰ্তৰ কাৰণে ৰিয়াজ আহমদ চমকি উঠিছিল। তাৰপিছত চিঞৰি উঠি কৈছিল: "হজুৰে আনৱৰ—আপ?"

"ৰিয়াজ আহমদ, মই তোমাক কিমানদিনৰ পৰা বিচাৰি আছোঁ। ক'ত তুমি আছিলা? আৰু ক'ত আছে বিল্‌কিচ্ বেগম?"

"বিল্‌কিচ্ বেগম হজুৰ?"

"ওঁ, বিল্‌কিচ্ বেগম।"

ৰিয়াজ আহমদে মোক এটা কোনলৈ মাতি নিলে।

"কোৱা ৰিয়াজ আহমদ, ক'ত বিল্‌কিচ্ বেগম?"



"সকলো কম হজুৰ। ইমানদিন পিচত আপুনি আহিছে, আপোনাক সকলো কথা ক'বই লাগিব। বিল্‌কিচ্ বেগমে মোক সকলো কথা আপোনাক ক'বলৈ কৈছে।"

"কিন্তু ক'ত বিল্‌কিচ্? মই তেওঁৰ লগত দেখা কৰাৰ খুব দৰকাৰ ৰিয়াজ আহমদ। তেওঁৰ ওচৰত মই কচম খাইছিলোঁ, তেওঁৰ আফচানা, তেওঁৰ জিন্দগীৰ সকলো কথা মই লিখিম। মোৰ লেখা প্ৰায় শেষ হৈ আহিছে ৰিয়াজ আহমদ। মই বিল্‌কিচ্ বেগমক সেয়া শুনাব খোজো।"

"হজুৰ আপোনাক সকলো কম। আজি আবেলি মোৰ গৰীবখানালৈ আহক, মই সকলো কম।"

সেইদিনাখন মই লক্ষ্ণৌৰ আমিনাদাবাদৰ এক গলিত ৰিয়াজ আহমদৰ গৰীবখানালৈ গৈছিলোঁ। লাহে লাহে ৰিয়াজ আহমদে মোক সকলো কথা কৈছিল। "হজুৰ আপোনাৰ নিশ্চয় মনত আছে, সেই ধুমুহা বৰষুণৰ ৰাতি মই যেতিয়া ডাক্তৰ চাহেবক থৈ অহাৰ পিচত আপুনি গুচি গৈছিল।"

"ওঁ, ৰিয়াজ আহমদ, মোৰ সকলো কথা মনত আছে। তেতিয়া ৰাতিপুৱাই আহিছিল। তাৰপিচত—তাৰপিচত কি হ'ল?"

"হজুৰ টোপনিৰ পৰা সাৰ পাই বেগমে আপোনাক বিচাৰিছিল।"

"কি কৈছিল বেগমে, ৰিয়াজ আহমদ?"

"হজুৰ সকলো কম আপোনাক। আপুনি ইমান অধীৰ নহ'ব। মই দুখীয়া মানুহ, কিন্তু আপোনাক খাতিৰদাৰী কৰাৰ কাৰণে মই অলপ চৰাবৰ ব্যৱস্থা কৰিছো। আপুনি চৰাব খাওঁক, মই লাহে লাহে আপোনাক সকলো কথা কম।"

"নহয় ৰিয়াজ আহমদ, মই আজি চৰাব খোৱাৰ ইচ্ছা কৰা নাই। তুমি মোক বিল্‌কিচ্ বেগমৰ কথা কোৱা। কোৱা তেওঁ ক'ত আছে? মই কালিলৈ তেওঁৰ ওচৰলৈ যাম।"

'নহয়, গৰীব পৰৱৰ, এয়া কেনেকৈ হব? আপুনি বিল্‌কিচ্‌ৰ হামদৰ্দ। বিলকিচ্ বেগমে খুব দুখ পাব যেতিয়া তেওঁ জানিব পাৰিব যে মই আপোনাক খাতিৰ কৰা নাই। হজুৰ আজি আপুনি বিল্‌কিচ্‌ৰ খাতিৰত চৰাব, বিৰিয়ানী কাবাব খাবই লাগিব।"

ৰিয়াজ আহমদে হুইস্কী, চোডা আৰু বৰফ লৈ আহিল। কিমান ৰাতি হৈছিল নেজানো। ৰিয়াজ আহমদে কৈ আছিল আৰু মই শুনিছোঁ।

"তাৰ পিচত ৰিয়াজ আহমদ?" এটা সময়ত সুধিছিলোঁ।

"তাৰ পিচত?"

"ওঁ, তাৰ পিচত।"

মোৰ আগ্ৰহৰ সন্মুখত বিয়াজ আহমদৰ ধৈৰ্য টিকি থাকিব নোৱাৰিলে। তাৰপিচত কি হৈছিল--বিয়াজ আহমদে সেই ৰাতি মোক কৈছিল। বিয়াজ আহমদৰ কথা যেতিয়া শেষ হৈছিল তেতিয়া ৰাতি প্ৰায় দুটা। যিমানদূৰ মনত পৰে, সেই ৰাতি প্ৰায় চলংপলংকৈ বিয়াজ আহমদৰ আমিনাবাদৰ সেই গৰীবখানাৰ পৰা ওলাই আহিছিলোঁ। সেয়া পিচত হব। আগতে আনোখী, তাৰপিচত বিল্‌কিচ্ বেগম।



## ২

আনোখী বেগমৰ কিমানে বা বয়স হৈছিল। নাচি নাচি ভাগৰি পৰিছিল। হাত যোৰ কৰি ভৰত মহাৰাজক কৈছিল: "গুৰুজী, বহোত থক্ গয়ী হুঁ। কল্ ফিৰ বিয়াজ করুংগী। আজ মাফী চাহতী হুঁ।"

ভৰত মহাৰাজে খ।তে ক'লে: "নাই, এতিয়াও বহুত বাকী। হয় তুমি গুৰু সলাই লোৱা নতুবা আৰু বিয়াজ কৰা। যদি গুৰু সলনি কৰা তেনেহলে তুমি মই বন্ধা 'নাড়া' খুলি পেলোৱা।"

"সেয়া জানো হব পাৰে গুৰুজী। আপুনি মোৰ গুৰু। এবাৰ যিজনৰ পৰা 'নাড়া' বান্ধিছো তেওঁক কেনেকৈ এৰি দিম? আপুনিয়ে মোৰ প্ৰথম আৰু শেষ গুৰু।"

"সেয়া যদি হয়, তেনেহলে বিয়াজ কৰা।"

"ভাল গুৰুজী।" ক্লান্ত শ্ৰান্ত আনোখীয়ে কলে। গণেশ বন্দনাতো হ'ল, এইবাৰ তো আমদ।

"হু, আৰম্ভ কৰা।" ভৰত মহাৰাজে আৰম্ভ কৰিলে।

"তা থেই, তত্ থেই, তা থেই, তত থেই, থেই, তা থেই, তা থেই, থেই, থেই, তত্ তত্ তা॥ এয়া জানাতো যোল্লমাত্ৰ"--ভৰত মহাৰাজে কলে।

"জানো গুৰুজী।"

"আৰু এয়া জানো জানা--তা থেই তত্ কৰ পৰা আহিল?"

"নাই নাজানো গুৰুজী।"

"তেনেহলে শুনা—" ভৰত মহাৰাজে ক'ব ধৰিলে। "শ্ৰীকৃষ্ণই যেতিয়া কালীয় নাগক দমন কৰি তেওঁৰ ফণাৰ ওপৰত নৃত্য কৰিছিল, সেই সময়ত তেওঁৰ পদাঘাতত যি শব্দৰ সৃষ্টি হৈছিল সেয়াই হ'ল—তা থেই তত্।"

হঠাতে ভৰত মহাৰাজৰ মনত কি ভাব হ'ল, ওচৰতে থোৱা পাখোৱাজতো হাতত লৈ বজাব ধৰিলে—

"ধা তাকা থুংগা—ধাগে দি গে তা, ধা ধিন্ তা, ধ্যেত্তা, কিড়া ধা, তা ক্কা থুংগা, তাকি তত্ তা

তিটে কতা গাদি ঘেনে—তা থেই তত্ থেই, তা থেই তত্ থেই, থেই তা থেই তা থেই থেই ততং ততং তা।"

এইখাৰ পাখোৱাজটো থৈ তবলা লৈ ত্ৰিতালৰ বোল তুলিলে—

ধা ধিন্ ধিন্ ধা, ধা ধিন্ ধিন্ ধা
না তিন্ তিন্ তা, তেটে ধিন্ ধিন্ ধা॥

আনোখীক কাষত বহুৱাই লৈ কথক নাচৰ বাৰটা পৰ্যায়ৰ কথা বুজাব ধৰিলে। গনেশ বন্দনা, আমদ, ঠাট, নটবৰী, পৰমেপু, পৰন, ক্ৰমালয়, কবিতা, তোড়া, টুকড়া, সঙ্গীত আৰু পাবন্দা বুজালে, নটবৰ হ'ল শ্ৰীকৃষ্ণৰ নাম, কাৰণ তেওঁৱেই হ'ল সৰ্বোত্তম নট বা নৰ্তক। নটবৰী হ'ল লক্ষ্ণৌ ঘৰানাৰ প্ৰাণ। কথকৰ প্ৰধান দুটিৰূপ—তাণ্ডৱ আৰু লাস্য। আৰু কথকৰ দুটি বিশেষ ঘৰনা—জয়পুৰ আৰু লক্ষ্ণৌ। দুই ঠাইৰ ঘৰনাৰ শিল্পীয়েই তাণ্ডৱ আৰু লাস্য নিজস্ব ভাবে তেওঁলোকৰ নৃত্য প্ৰকাশ কৰিবলৈ সক্ষম। কিন্তু দুয়োটা ঘৰানাতেই নিজস্ব এক ৰূপৰ প্ৰাধান্য আছে। লক্ষ্ণৌ ঘৰনা লাস্য প্ৰধান আৰু জয়পুৰ ঘৰণা তাণ্ডৱপ্ৰধান। কথা কৈ কৈ গুৰুজী যেন অন্য এখন পৃথিবীলৈ আঁতৰি গ'ল। আনোখীয়ে মোহাবিষ্টৰ দৰে শুনিবলৈ ধৰিলে।

তিগধা দিগি দিগি দিগ থো, দিগি দিগি থেই তাতা তা
থেই তা থেই তিগধা থেই তিগধা দিগি দিগি গিদ থো
দিগি দিগি থেই ত্ৰাম্, থেই তিগধা দিগি দিগি দিগি থো
দিগি দিগি থেই ত্ৰাম্, থেই, তিগধা দিগি দিগি দিগি থো
দিগি দিগি থেই ত্ৰাম্ থেই॥

আনোখী বেগমৰ ফটা ময়লা দস্তাবেজ পঢ়ি পঢ়ি কিয় জানো লক্ষ্ণৌ চহৰৰ প্ৰতি টান এটি হৈছিল। এদিনাখন গোটেই ৰাতি ধৰি পঢ়িছিলো তেওঁ সেই অকোৱা-পকোৱা উৰ্দুত লেখা তেওঁৰ টুকুৰা টুকুৰ কাগজবোৰ।

এদিনাখন গুৰু ভৰত মহাৰাজে আনোখীক লক্ষ্ণৌ চহৰ দেখুৱাবলৈ লৈ গৈছিল। মখমলৰ পৰ্দাৰে আবৰা পালকীত আনোখী গৈছিল। ঘূৰি ঘূৰি এক বিৰাট ঘৰৰ ধ্বংসস্তূপৰ সম্মুখত মহাৰাজে কাহাৰদাৰ সকলক পালকী ৰাখিবলৈ কলে।



"আমি কলৈ আহিলো গুৰুজী?" আনোখীয়ে সুধিলে।

"এয়া হল তোমাৰ তীৰ্থস্থান। ইয়াৰ নাম কাল্কা-বিন্দা-দীন-কি দেওড়ী। লক্ষ্ণৌৰ ঘৰানাৰ কথকৰ জন্মস্থান ইয়াৰ পৰাই হৈছে। কলিকতাৰ গোহৰজানে প্ৰতি বছৰে ইয়ালৈ শ্ৰদ্ধা জনাবলৈকে আহে। বহু পুৰণি ইতিহাস এই দেওড়ীৰ লগত জড়িত আছে।"

"কি সেই পুৰণি ইতিহাস মহাৰাজ?" আনোখীয়ে পালকীৰ পৰ্দা আঁতৰাই দেওৰীৰ ফালে চাই সুধিলে।

"সেয়া বহুদিন আগৰ কথা। এলাহাবাদ জিলাৰ হাণ্ডিয়া তহচিলৰ পণ্ডিত ঈশ্বৰ-প্ৰসাদ মিশ্ৰই আছিল কথক নাচ আৰু তাৰ বোলৰ শাস্ত্ৰীয় আঙ্গিকৰ পূৰ্বসূৰী। কিন্তু গুৰু প্ৰগাচজী—ঠাকুৰপ্ৰসাদৰ পিতা আৰু বিন্দা-দীন মহাৰাজৰ পিতামহ—তেওঁয়েই কথক নাচক দিলে প্ৰতিষ্ঠা আৰু তাৰ নিজস্ব ঘৰনা। নবাব আচফদুল্লাৰ সময়ত প্ৰগাচজী লক্ষ্ণৌলৈ আহি দৰবাৰী নট হৈছিল। ক'ৰপৰা তেওঁ আহিছিল সেই কথা কোনোৱে নাজানে। বোধহয়, যোধপুৰ নাইবা জয়পুৰৰ পৰা আহিছিল।"

"কিন্তু গুৰুজী যোধপুৰ-জয়পুৰ আৰু লক্ষ্ণৌ ঘৰণা তো বেলেগ বুলি শুনিছোঁ।" আনোখীয়ে ক'লে।

"সেয়া মই জানো। কিন্তু যোধপুৰ-জয়পুৰ ঘৰণাও কথকৰ কাৰণে বহু কৰিছে। শুনিবা সেই কথা?"

"শুনিম গুৰুজী, আপুনি কওক। মই সকলো শুনিম।"

"তেনেহ'ল শুনা," ভৰত মহাৰাজে আৰম্ভ কৰিলে, "আজি আমাৰ কথা কোনে চিন্তা কৰে আনোখী? কিন্তু এদিনাখন এনে দিন আছিল, যেতিয়া জয়পুৰৰ মহাৰাজ ৰামসিঙে, নৃত্য আৰু সঙ্গীতৰ ওস্তাদৰ কাৰণে বেলেগে বেলেগে ঘৰ সজাই দিছিল। আৰু তাৰ নাম দিছিল "গুণী-কা-খানা"। বীকানীৰ, কোটা, টংক, উদয়পুৰ, অলাবৰ আৰু খেতৰীতে "গুণী-কা-খানা" আছিল। এইবোৰ গুণী-কা-খানালৈ বহুতো নাচনে-ৱালী আৰু গানেৱালী' আহিছিল। জাগাৰী সম্প্ৰদায়ৰ পৰা প্ৰায়বোৰ ছোৱালী আহি-ছিল। তেওঁলোকে চিত্তোৰগড়ৰ ৰাজপুত বুলি চিনাকি দিছিল। মানুহে কৈছিল ষোড়শ শতাব্দীৰ আৰম্ভনীতে এগৰাকী বিধবা-ৰন্তাবাই—চিত্তোৰগড় এৰি জয়চলমৰ ৰাজ্যৰ ৰাজনৰ্তকীৰূপে আহিছিল। তেতিয়াৰ মহাৰাজে তেওঁৰ সঙ্গীতত ইমান মুগ্ধ হৈছিল যে, তাৰে আনন্দৰ আতিশয্যত ৰন্তাবাইক সম্পূৰ্ণ এখন গাওঁ দান কৰিছিল। সেই গাওঁৰ নাম হৈছিল 'নাচানা'।

কিন্তু ৰন্তাবাই মহাৰাজৰ লগত থাকিব নোৱাৰিলে। এদিনাখন মাজৰাতি তেওঁৰ পুৰণি প্ৰেমিক সিধোজীৰ লগত পলাই গৈছিল, কিন্তু ৰাজ-ৰোষৰ ভয়ত জয়চলমৰ পৰা পলাই গৈ ৰন্তাবাই আৰু সিধোজী ফালোদী চহৰত ঘৰ বান্ধিছিলগৈ। সেই

ঠাইতে তেওঁলোকৰ বংশধৰসকলে নৃত্য আৰু সঙ্গীতত পাৰদৰ্শিতা লাভ কৰি আজিৰ উত্তৰপ্ৰদেশ আৰু সিন্ধলৈ গুচি গৈছিল।"

"অলপ আগতে আপুনি ঠাকুৰপ্ৰসাদজী আৰু প্ৰগাচজীৰ কথা কৈছিল গুৰুজী। প্ৰগাচজী লক্ষ্ণৌলৈ আহি দৰবাৰী নট হ'ল--তাৰপিচত ?" আনোখীৰ দৃষ্টি তেতিয়াও কাল্‌কা-ধিন্‌দা-দীন-কী দেওড়ীৰ ফালে।

"প্ৰগাচজীৰ পুত্ৰ ঠাকুৰপ্ৰসাদ কিন্তু কম সময়ৰ ভিতৰতে কথক নৃত্যত তেওঁৰ খ্যাতি প্ৰতিষ্ঠা কৰিব পাৰিছিল। ঠাকুৰপ্ৰসাদ সুপুৰুষ আছিল আৰু তেওঁৰ শৰীৰৰ গঠন আছিল সুঠাম আৰু সাবলীল। তেওঁ তেওঁৰ পৰিয়ালৰ পুৰুষমানুহ বোৰক কথক নৃত্যত দীক্ষা দিছিল। তেতিয়াৰ দিনৰ ভদ্ৰঘৰৰ মানুহৰ ছোৱালীক নাচ শিকোৱা কথা কল্পনা কৰিব পৰা নগৈছিল।"

"কিন্তু গুৰুজী, মোৰ মা উমৰাওজানে কিন্তু কৈছিল, নবাব ওৱাজিদ আলী শাহৰ কথা। তেওঁ বোলে কথক নৃত্যৰ এগৰাকী বিৰাট কদৰদাঁ (পৃষ্ঠপোষক, প্ৰশংসক) আছিল।" আনোখীয়ে মাজতে সুধিলে।

কথাৰ মাজতে বাধা দিয়াত ভৰত মহাৰাজৰ হয়তো খঙ উঠিব খুজিছিল, কিন্তু পিচমুহূৰ্ততে স্বভাৱসুলভ হাঁহি মাৰি কলে, "ওঁ, তোমাৰ মাই ঠিকেই কৈছিল। কিন্তু তেওঁ যিখিনি জানিছিল সেয়া সম্পূৰ্ণ সত্য নহয়। কথক নাচৰ প্ৰগতিত নবাব ওৱাজিদ আলী শাহৰ দানৰ কথা অস্বীকাৰ কৰিব পৰা নাযায়। কিন্তু ঠাকুৰ প্ৰসাদজী আৰু প্ৰগাচজীৰ অৱদানৰ কথাও আমি পাহৰা উচিত নহয়। নবাব চাহেব আছিল কবি আৰু উৎকৃষ্ট নট। ঠাকুৰপ্ৰসাদৰ প্ৰতিভাত তেওঁ ইমান মুগ্ধ হৈছিল যে শেষত ঠাকুৰপ্ৰসাদজীকে নিজৰ গুৰু বুলি স্বীকাৰ কৰিলে। কিংবদন্তীত আছে যে, ঠাকুৰ-প্ৰসাদজী যেতিয়া এই চহৰলৈ আহে তেতিয়া তেওঁ গাধৰ পিঠিত যোজাই কৰি আচ-ৰফী আনিছিল। নবাব চাহেবৰ সৃষ্টিৰ 'ৰাস' আৰু 'ইন্দৰ সভা' দুয়োটাই ঠাকুৰ-প্ৰসাদজীৰ প্ৰেৰণাৰ ফল। হিন্দুস্থানৰ সেয়াই আছিল প্ৰথম বেলে। ঠাকুৰপ্ৰসাদজী অকল নৃত্যতে পাৰদৰ্শী যে আছিল এনে নহয়, তেওঁ বিদগ্ধ পণ্ডিতো আছিল। আৰু নৃত্যকলা সম্বন্ধেও বহু লিখিছিল। নৃত্যকলাত যি পৰম্পৰা তেওঁ সৃষ্টি কৰিছিল সেয়া তেওঁ নাতিনীয়েক বিন্দা-দীন আৰু কালকাপ্ৰসাদৰ হাতত তুলি দিছিল। আন এজন নাতিনীয়েক--ভৈৰোঁপ্ৰসাদ, গেৰুৱা বস্ত্ৰ পিন্ধি সাধু হবলৈ হিমালয়লৈ গুচি গৈছিল।

বিন্‌দা-দীন আৰু কালকাপ্ৰসাদ অভিন্নহৃদয় সঙ্গী আছিল। আজি লক্ষ্ণৌ ঘৰানাৰ কথকৰ যি সুনাম, সেয়া এওঁলোকৰে অৱদান। বিন্‌দা-দীন আছিল অপূৰ্ব সুৰকাৰ। কিন্তু কালকাপ্ৰসাদ আছিল তালৰ ৰজা। বিন্‌দা-দীন শব্দনৃত্য আৰু চমৎকাৰ নৃত্যত পাৰদৰ্শী। সেই কাৰণে তেওঁ কথক নাচত অভিনয়ৰ মহত্ব বেচ বুজিব



পাৰিছিল। তেওঁৰ জীৱনকালত তেওঁ ১৫০০ ভজন, ঠুমৰী, দাদৰাই বনোৱা নাছিল, তাৰ ভাবাৰ্থও তেওঁ নৃত্যত-অভিনয় কৰিছিল। কথকত তেওঁৰ বিশিষ্ট অৱদান হ'ল 'নৃত্যৰ মাধ্যমেৰেভাব'। তেওঁৰ লেখা ভজন আজিও প্ৰচলিত। যদিও বহুতেই নাজানে তাৰ উৎপত্তিৰ কথা। (কেইজন মানুহে জানে যে হিন্দী চিত্ৰ 'মুগলেঈ আজম'ৰ বিখ্যাত সঙ্গীত 'মোহে পনঘট্‌ পেনন্দলাল ছেড় গয়ো ৰে'--'বিন্‌দা-দীন মহাৰাজৰেই সৃষ্টি।--লেখক)।

বিন্‌দা-দীন, কালকাপ্ৰসাদ ভ্ৰাতৃদ্বয়ৰ শিষ্যা আছিল কলিকতাৰ গোহৰজান আৰু পাটনাৰ জোহৰা।

যেতিয়া লক্ষ্ণৌৰ নবাবসকলৰ চাকি প্ৰায় নুমাই আহিছিল তেতিয়া চাকৰীৰ খাতিৰত বিন্‌দা-দীন মহাৰাজ ভুপাল দৰবাৰলৈ গুচি গৈছিল। কিন্তু তাতো তেওঁৰ মন বহা নাছিল। চাৰি বছৰ পিচত তেওঁ লক্ষ্ণৌ চহৰলৈ উভটি গৈছিল। যিদিনাখন তেওঁ ভুপাল দৰবাৰ এৰি আহে, মানুহে কয়, তেতিয়া ভুপালৰ বেগমে তেওঁক সুধিছিল--"মহাৰাজ, আপুনি লক্ষ্ণৌলৈ যাবগৈ ? ভুপাল জানো ইমান বেয়া ঠাই ?"

উত্তৰত বিন্‌দা-দীন মহাৰাজে দুলাইনৰ এটি শেৰ কৈছিল--

"হম্‌ ফিদায়ে লখনৌ, লখনৌ হম্‌পে ফিদা,
ক্যায়া তাকত হ্যায় আচমাঁ কি ছড়ায় মুঝে লখনৌ॥"

(মই লক্ষ্ণৌক ভালপাওঁ, লক্ষ্ণৌই মোক ভাল পায়। স্বৰ্গৰো ক্ষমতা নাই যে মোক লক্ষ্ণৌৰ পৰা আঁতৰাই ৰাখে।)

"কিন্তু মহাৰাজ, কালকাপ্ৰসাদজীৰ কি হ'ল ?" পুনৰ আনোখী বেগমে প্ৰশ্ন কৰে। এইবাৰ ভৰত মহাৰাজে খঙ দমাই ৰাখিব নোৱাৰিলে। "তুমি যদি ধৈৰ্য ধৰি শুনিব নোৱাৰা মই মোৰ কথা বন্ধ কৰিম।"

"গুস্তাকী মাফ্‌ গুৰুজী, আপুনি কওঁক।" আনোখীৰ চকুৰে মুখে কাকুতি মিনতিৰ ভাষা।

"কালকাপ্ৰসাদজী আছিল লয়ৰ ৰজা--মই তোমাক আগতেই কৈছোঁ। বাৰনাসীত তেওঁৰেই প্ৰথম ঠুম্‌ৰীৰ পুৰৱী ধাৰা আৰম্ভ কৰে। তেওঁ অগনন শিষ্যৰ ভিতৰত বহু মহিলাও আছিল।"

"কিন্তু কালকাপ্ৰসাদজীৰ পিচৰ শিষ্যসকলৰ নাম কি আছিল গুৰুজী ?"

পুণৰ আনোখীয়ে প্ৰশ্ন কৰে।

ইয়াৰ পিচত আনোখী বেগমৰ মলিয়ন দস্তাবেজত পুণৰ একো লেখা নাছিল। কিন্তু মোৰ কৌতুহল বাঢ়ি গৈছিল। বাৰে বাৰে লক্ষ্ণৌলৈ গৈ মই খিচাৰি উলিয়াইছিলো কালকাপ্ৰসাদজীৰ উত্তৰসুৰী সকলৰ ইতিহাস। আৰু লগে লগে বিচাৰি উলিয়াইছিলো লক্ষ্ণৌ চহৰৰ ইতিহাস।

আনোখীৰ প্ৰশ্নৰ বাণত তিক্ত হৈ সেই দিনাখন ভৰত মহাৰাজে চিঞৰি উঠি কৈছিল, "কাহাৰ পালকী ওৱাপচ্ লে চলো।" মখমলৰ পৰ্দা বন্ধ হৈ গৈছিল আৰু পালকী আনোখী বেগমৰ কাইচাৰ বাগৰ কোঠীলৈ উভতি গৈছিল।

কালকাপ্ৰসাদজীৰ শিষ্যসকলৰ নাম লৈ কথা হৈছিল। আৰু প্ৰশ্ন কৰাৰ লগে লগে পালকী উভটি গৈছিল।

কালকাপ্ৰসাদজীৰ শিষ্যসকলৰ নাম হল জগন্নাথপ্ৰসাদ, বৈজনাথপ্ৰসাদ আৰু শম্ভু-প্ৰসাদ। নামবোৰ অলপ-অচৰপ অচিনাকি যেন লাগিল নহয়? তেনেহলে কওঁ, জগন্নাথ প্ৰসাদ হ'ল—অচ্ছন মহাৰাজ, বৈজনাথপ্ৰসাদেই হল––লচ্ছু মহাৰাজ, আৰু শম্ভুপ্ৰসাদে হ'ল শম্ভুমহাৰাজ। এওঁলোক সকলোৱে হল কালকাপ্ৰসাদজীৰ সন্তান আৰু এওঁলোকৰ সকলোৰে জন্ম হৈছিল সেই দেউৰীত। অচ্ছন মহাৰাজৰ শিক্ষা হৈছিল বিন্দা-দীন মহাৰাজৰ ওচৰত। তেওঁ শকত বাবেই নাচৰ লগত সঙ্গতি নাছিল। কিন্তু হিন্দুস্থানত কথক নাচত তেওঁতকৈ বোধহয় ডাঙৰ নট জন্মগ্ৰহণ কৰা নাছিল। যেতিয়া ১৯৪৪ চনত তেওঁৰ মৃত্যু হয়, লক্ষ্ণৌৰ হাজাৰ হাজাৰ তেওঁৰ গুণমুগ্ধ বাইজ তেওঁৰ শৱযাত্ৰাত অংশগ্ৰহণ কৰিছিল। তেওঁৰে লৰা ব্ৰিজ-মোহনপ্ৰসাদ, আজিৰ বিখ্যাত বিৰজুমহাৰাজ। লচ্ছু মহাৰাজে বোম্বেৰ চিত্ৰজগতৰ মায়া এৰিব পৰা নাই। আগতে তেওঁ ভূপাল আৰু ৰামপুৰ দৰবাৰত নট আছিল।

আঠ বছৰ বয়সতে শম্ভুমহাৰাজে বিন্দা-দীন মহাৰাজৰ ওচৰত নাচ শিকিবলৈ আৰম্ভ কৰে। কিন্তু ছয়মাহ নৌযাওতেই বিন্দা-দীন মহাৰাজৰ মৃত্যু হয়। পিচত তেওঁৰ গুৰু হয় অচ্ছন মহাৰাজ। চাৰি বছৰৰ ভিতৰতে শম্ভুমহাৰাজে কথক নাচত নিজৰ নাম এনেভাৱে সুপ্ৰতিষ্ঠিত কৰে যে, দক্ষিণ ভাৰতৰ বিখ্যাত নৰ্তকী বালা-সৰস্বতীয়ে এবাৰ কৈছিল, "আশা, প্ৰেম, সুখ, লাস্য, দুখ, বেদনা আৰু প্ৰতীক্ষাৰ ব্যঞ্জনাত তেওঁৰ সমকক্ষ নাই। মোৰ জীৱনৰ শেষ আকাঙ্ক্ষা, মই যেন তেওঁৰ তলত কথক শিকিব পাৰো।" মাদ্ৰাজৰ নাটক অকাডেমীয়ে তেওঁক "অভিনয় চক্ৰবৰ্তী" উপাধি দিছিল।

কিন্তু কাল্কা-বিন্দা-দীন-কি-দেওড়ী? তাৰ কি হ'ল? সেয়া বহু কথা। বছৰৰ পিচত বছৰ ধৰি কোনোৱে দেওড়িলৈ যোৱা নাছিল আৰু দেখা শুনা নাছিল। দেওড়িত বাদুলী ঘুৰি ফুৰিছিল। ভাঙি পৰিছিল দেৱাল আৰু অলিন্দ। য'ত কথকৰ জন্ম, সেই দেওড়ি জানো ধ্বংস হৈ যাব? দেওড়ি ধ্বংস হোৱা নাছিল। এয়াতো কিছুদিন আগতে শম্ভুমহাৰাজ দেওড়িলৈ গৈছিল। দেওড়িৰ অৱস্থা দেখি তেওঁ কান্দোনত ভাঙি পৰিছিল। বহুদিনৰ পুৰণি বন্ধু নন্দৰাম চক্ৰবৰ্তীৰ ওচৰলৈ সাহায্য বিচাৰি গৈছিল। তেওঁ সাহায্য কৰিছিল, কিন্তু চৰকাৰৰ কোনো কাণসাৰ নাছিল। দেওড়িৰ



মেৰামত ফাইলত হৈ আছিল। বহু চেষ্টা কৰি দেওড়িৰ এটি অংশ বিৰজু মহাৰাজে মেৰামত কৰিলে। এয়া তো অলপ দিন আগৰ কথা।

মই প্ৰবাসী। কিন্তু লক্ষ্ণৌ চহৰৰ লগত মোৰ নিজস্ব কোনো স্মৃতি, কোনো সম্বন্ধ নাই। তথাপিও লক্ষ্ণৌক মই ভালপাওঁ। কিন্তু লক্ষ্ণৌ চহৰৰ প্ৰতি মোৰ অনুৰাগ জানো আনোখী বেগম আৰু বিল্‌কিচক লৈ? কোনে জানে?

লক্ষ্ণৌৰ ইতিহাসৰ লগত জড়িত আছে কিমান নবাব, বেগম, বাদশাহ, কিমান গোহৰজান, আনোখী, আৰু বিল্‌কিচ্ বেগম। আজিৰ লক্ষ্ণৌ আৰু সেই দিনাখনৰ লক্ষ্ণৌত কিমান আকাশ-পাতাল পাৰ্থক্য। কিন্তু আনোখী আৰু বিল্‌কিচ্ বেগমৰ কাহিনীৰ মাজত লক্ষ্ণৌৰ কথা কেনেকৈ আহে? স্বাভাৱিক প্ৰশ্ন! কিন্তু লক্ষ্ণৌ আৰু তাৰ ঐতিহ্যক নাজানিলেতো বিল্‌কিচ্ আৰু আনোখী বেগমক জনা নাযাব? এওঁলোক যে লক্ষ্ণৌৰ মাটিৰেই জন্ম। লক্ষ্ণৌয়েই যে এওঁলোকৰ শৈশৱ আৰু যৌৱনৰ লীলাভূমি। লক্ষ্ণৌৰ ইতিহাসৰ অলিগলি আৰু বিৰাট বিৰাট মহলৰ প্ৰতিটি পাথৰত লেখা আছে শশ বিল্‌কিচ্, উমৰাওজান আৰু আনোখীৰ কাহিনী। প্ৰতিটি পাথৰত হয়তো পুঞ্জী-ভূত হৈ আছে শশ আনোখী উমৰাওজান আৰু বিল্‌কিচ্‌ৰ ৰুদ্ধ কান্দোন আৰু দীঘল হুমুনিয়াহ। সেই কান্দোন সকলোৱেতো শুনিবলৈ নাপায়। তাৰ কাৰণে লাগে অনুভূতি, সমবেদনা। বিল্‌কিচৰ ভাষাত––"এক ছোটিচি টীচ (বেদনা), থোড়ি চী হম্‌দৰ্দী (সহানুভূতি)।" কিমান চিনাকি অচিনাকি মানুহৰ চকু পানী আৰু দীঘল হুমুনিয়াহেৰে গঢ়া লক্ষ্ণৌৰ ইতিহাস। সেই ইতিহাসৰ অজস্ৰ পাত ক'ৰবাত তেজেৰে ৰাঙলী, ক'ৰবাত বা অশ্ৰুসিক্ত, ক'ৰবাত মলিন আৰু ক'ৰবাত বা ৰামধনুৰ ৰঙেৰে ৰঙীন। সেই ইতিহাস জানিব খুজিলে উভটি যাব লাগিব হাজাৰ হাজাৰ বছৰৰ আগলৈ ৰামায়ণৰ যুগলৈ। শ্ৰীৰামচন্দ্ৰৰ ভায়েক লক্ষ্মণৰ নামৰ পৰাইতো লক্ষ্ণৌ নামৰ উৎপত্তি। আজিৰ লছমন টিলাই আছিল লক্ষ্মণৰ স্থাপন কৰা চহৰ। কিন্তু ঐতি-হাসিকৰ এয়ালৈও মতভেদ আছে। কিছুমান পণ্ডিতে কয় এয়া বাজে কথা। তেওঁ-লোকৰ মতে জৌনপুৰৰ মুচলমান ৰজাসকলে এখন মধ্যযুগীয় চহৰ সজাব খুজিছিল আৰু তাৰ বাবে লাখনা নামৰ এক স্থপতিক নিয়োগ কৰিছিল। তাক পৰাই নাম হ'ল লক্ষ্ণৌ। লছমন টিলাৰ কাৰণেই হওঁক বা লাখনাৰ কাৰণেও হওঁক লক্ষ্ণৌ লক্ষ্ণৌ হয়েই গ'ল। মোঘল সাম্ৰাজ্যৰ চাকি যেতিয়া ধিমিক-ধামাক কৈ জ্বলিব ধৰিছে তেতিয়া লক্ষ্ণৌৰ প্ৰসিদ্ধি আৰম্ভ হৈছে। মোহম্মদ শাহৰ ৰাজত্বৰ সময়ত পাৰস্যৰ নৈশাপুৰ চহৰৰ এক বণিক মহম্মদ আমিন সাদাৎ খানৰ প্ৰতিপত্তি দিল্লীত তেতিয়া চৰম সীমা পাইছেগৈ। কাৰণ মহম্মদ আমিন দিল্লীৰ বাদশাহৰ প্ৰিয়পাত্ৰ। মোঘল বাদশাহ ১৭৩২ চনত মহম্মদ আমিনক অবধৰ (এসময়ৰ অযোধ্যা) গভৰ্ণৰ

(সুবেদাৰ) নিযুক্ত কৰে। আৰু সেই মহম্মদ আমিনেই হ'ল বহু নবাব, ওৱাজিৰৰ বংশৰ প্ৰতিষ্ঠাতা।

কিন্তু লক্ষ্ণৌ চহৰৰ সৃষ্টিৰ যশ পাব তৃতীয় নবাব আচফদৌল্লাহ (১৭৭৫-১৭৯৮)। তেওঁ নবাব হৈছিল ১৭৭৫ চনত আৰু সেই বছৰতে তেওঁ লক্ষ্ণৌক অবধৰ ৰাজধানী কৰে। ৰুমী দৰৱাজা, ইমামবাড়া আৰু বিবিয়াপুৰ কোঠী তেওঁৰ সময়তে বনোৱা হয়। লক্ষ্ণৌৰ উৰ্দু কবিতা, নাচ, গান, তহজীব (আচৰণ) আৰু ভাষাৰ বিশিষ্ট উচ্চাৰণ বিখ্যাত আছিল। তেতিয়া লক্ষ্ণৌৰ দৰবাৰ গম্‌গম্ কৰিছিল, নৰ্তকী, শায়েৰ দাৰ্শনিককলৈ। আচফদৌল্লাহৰ দৰবাৰ কিন্তু তেতিয়াও দিল্লীৰ সম্ৰাটৰ স্তিমিত চাকিৰ দৰে দৰবাৰৰ বহু ওপৰত। তেওঁৰ সময়তে অবধৰ যশ আৰু বিলাসিতা উচ্চ চূড়াত আছিল।

তাৰপিচৰ ইতিহাসৰ মাজত বহুতো শূন্যতা আছে। মই ঐতিহাসিক নহয়। গতিকে নাজানো সেই সময়ৰ কথা। কিন্তু এয়া জানো, ১৮৫৬ চনত ইংৰাজে অবধ ৰাজ্য দখল কৰি লয় আৰু শেষ নবাব ওৱাজিদ আলী শাহক কলিকতালৈ নিৰ্বাসিত কৰে। তাৰ এবছৰ পিচতে হয় ইতিহাস প্ৰসিদ্ধ চিপাহী বিদ্ৰোহ। মই নাজানো ১৮৫৭ চনৰ বিদ্ৰোহ ভাৰতবৰ্ষৰ প্ৰথম স্বাধীনতাৰ যুদ্ধ হয় নে নহয়, কিন্তু এয়া জানো যে, ইংৰাজ সৈনিকসকলৰ লগত যি ভীষণ সংঘৰ্ষ হৈছিল, তাত অগ্ৰগামী আছিল লক্ষ্ণৌ চহৰ। লক্ষ্ণৌ চহৰৰ এনে কোনো ঘৰ নাছিল, এনে কোনো পথ নাছিল, এনে কোনো বাগান নাছিল, য'ত তেজৰ নৈ বোৱা নাছিল। মাহৰ পিচত মাহ গুলিবাৰুদৰ লগত লক্ষ্ণৌৰ বতাহ দুৰ্গন্ধময় হৈ পৰিছিল। সেই ধ্বংসস্তুপৰ অৱশেষ এতিয়াও হয়তো কেইবা ঠাইতো দেখা পোৱা যাব। ইংৰাজ ৰাজত্বৰ লগে লগে আহিল চৰকাৰী চাকৰীৱালা, আমোলা আৰু মিলিটাৰী। লক্ষ্ণৌৰ উন্নতি দ্ৰুত ভাবে হব ধৰিলে। নতুন লক্ষ্ণৌ গঢ়ি উঠিল, কিন্তু পুৰণি লক্ষ্ণৌ বৈ গ'ল। নতুন আৰু পুৰণিৰ এক অপূৰ্ব সংমিশ্ৰণ হ'ল লক্ষ্ণৌত। সময়ে লক্ষ্ণৌৰ পুৰণি স্মৃতিক ম্লান কৰিব পৰা নাই। আজিও বহু প্ৰাচীন কীৰ্তিয়ে স্মৰণ কৰাই দিয়ে লক্ষ্ণৌৰ ইতিহাসক। পুৰুণি নবাব-সকলৰ প্ৰাসাদতেই আছে কিমান শ চৰকাৰী দফতৰ।

গোমতীৰ পশ্চিমত ইমামবাড়া। নবাব আচফদৌল্লাই ১৭৮৪ চনত বিখ্যাত স্থপতি কিয়াফৎউল্লাহৰ দ্বাৰা তৈয়াৰ কৰিছিল। টেৰাচ বাগানৰ সোঁহাতে আছে বিৰাট মহজিদ, ওপৰত ঠিয় হলে দেখা যায় গোটেই চহৰখন। ইমামবাড়াৰ মুখ্য সুবৃহৎ কক্ষত, চিৰনিদ্ৰাত শুই আছে নবাব আচফদৌল্লাহ আৰু তেওঁৰ বেগম। ইমাম-বাড়াতেই হয় মহৰম। কিন্তু এয়া তৈয়াৰ কৰাৰ মুখ্য কাৰণ আছিল সেই সময়ত হোৱা দুৰ্ভিক্ষত প্ৰজাসকলক ৰোজগাৰ যোগোৱাৰ কাৰণেই। ইমামবাড়াৰ পশ্চিমত ৰুমী দৰৱাজা। এয়া ১৭৮৪ চনত নবাব আচফদৌল্লাই তৈয়াৰ কৰিছিল। বেচি



দূৰ যাব নালাগে। ৰুমী দৰৱাজাৰ অলপ দূৰৈত হুচেনাবাদ ঘন্টাঘৰ। মুহম্মদ আলী শাহে ১৮৩১ চনত ইয়াৰ সম্মুখত এক বিৰাট জলাশয় সাজিছিল। আকৌ ঘন্টাঘৰৰ উত্তৰ-পশ্চিমত ৰঙা ইটাৰ মহল, যত অবধৰ নবাবসকলৰ ছবি আঁকি থোৱা আছে। ৰঙা ইটাৰ এই মহলৰ দক্ষিণ-পশ্চিমত দেখা যাব হুচেনাবাদ বা সৰু ইমামবাড়া। এয়া সজাইছিল মুহম্মদ আলী শাহ (১৮৩৭-১৮৪২), নিজৰ অন্তিম শয়নৰ কাৰণে। উত্তৰত আছে নহবৎখানা, ইয়াৰ সম্মুখত মাছৰ প্ৰতিকৃতি দি সজোৱা বিৰাট ফটক। মাছ আছিল অবধ নবাব সকলৰ ৰাজচিহ্ন। ফটকৰ মাজেৰে পোনে পোনে গলে চকুত পৰিব এখন সুন্দৰ বাগিছা। তাৰ মাজতে জলাশয়। তাৰ ওপৰত এখন সৰু সেতু। ইয়াৰ পৰা স্পষ্টভাবে চকুত পৰে বগা গম্বুজৰ ইমামবাড়া। ভিতৰৰ দেৱালত আৰবী পদ্যৰে লেখা আছে। ঝাড়লন্ঠন, সোনেৰে মেৰুৱা আয়না, মহাৰ্ঘ তাজিয়া দি সজোৱা। ইয়াতেই ৰূপৰ ৰেলিং দি ৰখা হৈছে আলী শাহ আৰু তেওঁৰ মাকৰ কবৰ। মুহম্মদ আলী শাহে কিন্তু জুমা মসজিদ বনোৱা আৰম্ভ কৰিও শেষ কৰিব পৰা নাছিল। শেষ কৰিছিল বেগম মালিকাজাহানে। গোমতীৰ ওচৰতেই আছে হাদিজ ব্ৰীজ, তাৰ পৰাই চকুত পৰে ওখভূমি। এয়াই বোলে লক্ষ্ণৌ চহৰৰ মধ্যস্থল আছিল—লক্ষ্মণৰ স্থাপিত 'লছমন কা টীলা।' ইয়াতেই আছে আওৰঙ্গজেবৰ মচজিদ।

আৰু বহুত আছে। আছে ইংৰাজ ৰেচিডেন্টৰ কাৰণে ১৮০০ চনত বনোৱা ৰেচিডেন্সি—যি ১৮৫৭ চনৰ 'গদৰ'ত প্ৰায় ধ্বংস হৈছিল। আছে ছতৰ মঞ্জিল। ইয়াতেই বোধহয় আজিৰ চেন্টাল ড্ৰাগ ইনষ্টিটিউট আছে। আৰু আছে নবাব চাদাত আলি খান আৰু তেওঁৰ অপৰূপ সুন্দৰী প্ৰিয়তমা খুৰচীদ বেগমৰ কাৰণে বনোৱা চাদাত খাঁৰ মকবৰা (সমাধি)।

নবাব চাদাত আলি খানে আৰম্ভ কৰিছিল খুৰচীদ মঞ্জিল। তেওঁ শেষ কৰিব পৰা নাছিল। শেষ কৰিছিল তেওঁৰ লৰা ঘাজিউদ্দিন হায়দৰে। ফৰাচী স্থপতি ক্লদ মাৰ্টিনৰ তেতিয়াৰ দিনৰ শৈলী অনুযায়ী খুৰচীদ মঞ্জিল সজোৱা হৈছিল। এই ঠাইতে ১৮৫৭ চনত বিৰাট যুদ্ধ হৈছিল। ইয়াৰ প্ৰায় বিশ বছৰ পিচত ব্ৰিটিচ চৰকাৰে খুৰচীদ মহল দান কৰিছিল মাৰ্টিনিয়ৰৰ গৰ্বণসকলক আৰু আজি ইয়াতেই আছে লা-মাৰ্টিনিয়া গাৰ্লচ স্কুল। কিন্তু নবাব চাহাবৰ প্ৰিয়তমা খুৰচীদ বেগম, যিজনাৰ কাৰণে বনোৱা হৈছিল খুৰচীদ মঞ্জিল, তেওঁ কিন্তু কেশৰ বাগত শুই আছে। খুৰচীদ মঞ্জিলৰ উত্তৰ-পুবত আছে নবাব ঘাজিউদ্দিন হায়দৰ আৰু বেগমৰ (১৮২৪-১৮২৭) মজাৰ (সমাধি)। ইয়াৰ নাম শাহ্ নজাফ্। কোনোৱে কয় 'নজাফ্-আচৰফ্'। পয়গম্বৰ মহম্মদৰ জোঁৱাই আলীৰ মকবৰাৰ, এয়া বোলে এক অনুকৰণ। ইৰাকৰ এখন পাহাৰৰ নাম নজাফ্। তাত আছে আলীৰ মজাৰ। শাহ-নজাফৰ

ভিতৰতে আছে নবাব ঘাজিউদ্দিন হায়দৰ আৰু বেগম মুবাৰক বেগমৰ কবৰ। মহৰম আৰু মুবাৰক বেগমৰ মৃত্যু বাৰ্ষিকীত শাহ-নজাফ পোহৰেৰে জলমলাই উঠে।

চহৰৰ পুবফালে কন্‌স্টানটাইন-লা মাৰ্টিনিয়াৰ। নবাব আচফদৌল্লাহৰ সময়ত বনোৱা হৈছিল এই বিৰাট সৌধ, আৰু বনোৱা হৈছিল জেনাৰেল ক্লদ মাৰ্টিনৰ নক্সা অনুসৰি। এই বিৰাট ঘৰৰ তলঘৰতে আছে মাৰ্টিনৰ ফাউণ্ড্ৰীত বনোৱা কামান। মাজৰ গম্বুজৰ তলতেই আছে মাৰ্টিনৰ মৰদেহ। বোধহয় ১৯৪০ চনত লা মাৰ্টিনিয়েৰ বইজ কলেজ আৰম্ভ হৈছিল।

আৰু আছে, আৰু আছে--চিকন্দৰ বাগ, বনাৰচী বাগ, বাদশাহ বাগ, বেগম হজৰত মহল বাগ। কিন্তু কেশৰ বাগৰ কথায়েতো কবলৈ পাহৰি গৈছো।

কেশৰ বাগৰ লগত অবধৰ শেষ নবাবৰ বহু স্মৃতি সাঙোৰ খাই আছে। কিমান আনোখী বেগম আৰু বিল্‌কিচ্‌ বেগম ইয়ালৈ আহিছে নবাব আৰু তেওঁৰ দোস্ত ইয়াৰসকলৰ কামবাসনা চৰিতাৰ্থ কৰিবলৈ। কিন্তু এই কেশৰ বাগ আৰু নবাব ওৱাজিদ আলী শাহৰ দৌলতত লক্ষ্ণৌ ঘৰনাৰ কথক, ঠুমৰী, দাদৰা আৰু গজলৰ বিকাশ। অবধ প্ৰান্তৰ ১৮৭৭ চনৰ গেজেটিয়াৰ খুলি চালেই জনা যায় কেশৰ বাগৰ ইতিহাস। জাফৰাণী ৰঙেৰে সকলো ঘৰৰ বাহিৰৰ অংশ ৰঙ দিয়া হৈছিল। সেই কাৰণে নাম হৈছিল কেশৰ বাগ। হোৱা উচিত আছিল—কেশৰ (জাফৰান) বাগ। আজি সন্ধ্যাবেলা পুনৰ কেশৰ বাগ আগৰ দৰে গমগম নকৰে। তথাপিও একেবাৰে লক্ষ্ণৌৰ সান্ধ্য জীৱন নিষ্প্ৰভ হোৱা নাই। আছে চৌক্।

এসময়ত ইয়াতেই নবাব ওৱাজিদ আলী শাহে তেওঁৰ দৰবাৰ বহুৱাইছিল। আৰু চাইছিল ৰাজনৰ্তকী আৰু হাৰামৰ অজস্ৰ ললনাৰ শোভাযাত্ৰা। কেশৰ বাগৰ প্ৰাঙ্গণেই আছিল তেওঁৰ প্ৰিয় ঠাই। নিজে আছিল কথক নাচৰ পাৰদৰ্শী। ইয়াতেই হৈছিল কথক নাচৰ অনুশীলন আৰু ইয়াতেই হৈছিল তেওঁৰ 'ৰাস' আৰু 'ইন্দ্ৰসভা'। কোনো কোনোৱে কয়, ওৱাজিদ আলী শাহে নিজকে স্ত্ৰীৰূপত ভাবিছিল, সেই কাৰণে তেওঁ স্ত্ৰীৰূপ ধাৰণ কৰি ৰাধা সাজি কথক নৃত্য কৰিছিল। আৰু কোনোৱে কয় যে, এসময়ত অমৰ দৰদী গায়ক কুন্দলাল চাইগলে গোৱা "বাবুল মোৰা, নৈহৰ ছুটোহী যায়" তেওঁৰে লেখা। সেই কথা থাওঁক।

দৰদী, মৰমী, গুণী, ওৱাজিদ আলী শাহে ১৮৪৮ চনত কেশৰ বাগৰ নিৰ্মাণ আৰম্ভ কৰিছিল। দুবছৰৰ পিচত ওচৰপাজৰ চহৰতলী বনোৱা হৈছিল আশী লাখ টকা খৰচ কৰি। বনোৱা হৈছিল অকল নবাব চাহেবৰ ডাঙৰ ডাঙৰ বজিৰ আৰু ৰক্ষিতা-আৰু ৰক্ষিতাসকলৰ কাৰণে। সেই পুৰণি চহৰতলীৰ বেচি ভাগ ঘৰেই আছে, কিন্তু চেহেৰা বহুখিনি সলনি হৈছে।

মই বহুদিন লক্ষ্ণৌলৈ যোৱা নাই। সেই কাৰণে নাজানো আজি কেশৰ বাগৰ



অৱস্থা কেনে। কিন্তু এসময়ৰ স্বাৱলম্বী এই চহৰতলীত বহু সুন্দৰ সুন্দৰ প্ৰাসাদ আছিল। আছিল চিনিবাগ (চিনামাটিৰ বাচন দি সজোৱা), আৰু আছিল চান্দীৱালী বাৰাদৰী, যাৰ বিচনাত পাৰি থোৱা আছিল ৰূপৰ কাৰ্পেট। আৰু আছিল খাচ-মুকাম, আৰু বাদশাহ মঞ্জিল। ইয়াতেই বেচিসময় নবাব চাহাবে কটাইছিল। কিন্তু চৌলক্ষীত খাচ মহল আছিল---ইয়াতেই নবাবৰ প্ৰধান বেগমসকল আছিল। কিন্তু চৌলক্ষী আচলতে সাজিছিল অবধৰ নবাবৰ নাপিত—আজিমুল্লা খাঁনে। পিচত নবাব চাহেবে চাৰি লাখ টকা দি কিনি লয়। অবধ গেজেটিয়াৰৰ পাত লুটিয়ালে দেখা যাব যে ইয়াতেই এই চৌলক্ষীতেই বিদ্ৰোহী বেগম হজৰৎ মহল বহুৱাইছিল তেওঁৰ দৰবাৰ। ওচৰৰে এই ঘোড়াশালত চিপাহী বিদ্ৰোহৰ সময়ত ইংৰাজ সৈনিক-সকলক মাহৰ পিচত মাহ বন্দী কৰি ৰাখিছিল।

এই কেশৰ বাগতে আছিল সেই গছজোপা, যাৰ তলত প্ৰত্যেক বছৰে শাওনৰ মেলাৰ সময়ত নবাব ওৱাজিদ আলী শাহে ফকীৰৰ হালধীয়া পোচাক পিন্ধি বহিছিল আৰু তেওঁৰ প্ৰজাসকলৰ কথা শুনিছিল। কেশৰ বাগলৈ যাব লগা হলে চাৰিখন দুৱাৰ পাৰ হব লাগিছিল। এখন দুৱাৰৰ নাম আছিল 'লাক্ষী-দৰৱাজা'। এক লাখ টকা খৰচ কৰি এই দুৱাৰখন বনোৱা হৈছিল, সেই কাৰণে নাম দিছিল 'লাক্ষী দৰৱাজা'। কেশৰ বাগৰ ওচৰপাজৰে বহু ঘৰ সজোৱা হৈছিল, সেইবোৰ ঘৰতেই ওৱাজিদ আলী শাহৰ ৰক্ষিতাসকল আছিল। এটা প্ৰাসাদোপম ঘৰৰ নাম আছিল 'কাইচাৰ পচন্দ'। এই ঘৰতো সজাইছিল নবাব নাচিৰউদ্দিন হায়দৰে তেওঁৰ নিজৰ কাৰণে। কিন্তু সজাইছি তেওঁৰ মন্ত্ৰী ৰোচনউদ্দৌল্লাই। কিন্তু নবাবে ভোগ কৰিব পৰা নাছিল এই ঘৰ। কাৰণ যিদিনাখন নবাব ওৱাজিদ আলী শাহ অবধৰ সিংহাসনত বহিল তেওঁৰ প্ৰিয় বাইজীৰ এই ঘৰৰ ওপৰত নজৰ পৰিল। মাজনিশাতেই ওৱাজিদ আলি শাহে ঘৰটো দখল কৰি ললে।

সকলো পাহৰিব পৰা যায়, কিন্তু এয়া জানো পাহৰিব পৰা যায় যে, কাইচাৰ বাগৰ উত্তৰ পশ্চিমত যি বিৰাট ঘৰটো আজিও আছে, সেয়া এদিনাখন নবাব ৰোচন-উদ্দৌল্লা তেওঁৰ 'কাইচাৰ পচন্দ' ঘৰ হেৰাই যোৱাৰ শোকত বনাইছিল? কিছুদিন আগলৈ এই ঘৰতেই লক্ষ্ণৌ জিলা আদালত আছিল।

সেই সময়ত কাইচাৰ বাগ, আৰু ওচৰ পাজৰৰ সকলো হয়তো আজি নাই। বহু-খিনিয়ে হেৰাই গৈছে। যি আছে সেয়াও প্ৰায় শেষ হৈ আহিছে। আজিৰ অবধ জিমখানা ক্লাব য'ত আছে, তাতে হয়তো এসময়ত পুবফালে জিলাউখানা আছিল। চিনিবাগ গেটৰ ওচৰতেই বোধহয় প্ৰেছ ক্লাব। আৰু চান্দীওৱালা বাৰাদৰীত বোধহয় আজি আছে ইউ এচ্ এচ্ লাইব্ৰেৰী। কাইচাৰ বাগৰ পুবফালে তাৰাৱালী কোঠী। য'ত এসময়ত ৰাজকীয় মানমন্দিৰ আছিল। কিছুদিন আগলৈকে তাত ষ্টেট বেঙ্ক

অফ ইণ্ডিয়াৰ শাখা আছিল। নাজানো আজিও আছে নে নাই। তাবাৱালী কোঠী বনাইছিল নবাব নাচিৰুদ্দিন হায়দৰ, কৰ্ণেল উইলককচৰ দ্বাৰা। কৰ্ণেল উইলককচ্ ৰাজ্যৰ জ্যোতিৰ্বিদ আছিল। উইলককচৰ মৃত্যু হয় ১৮৪৭ চনত তাৰ পিচতেই ওৱাজিদ আলী শাহে তেওঁৰ দফ্তৰ বন্ধ কৰি দিয়ে।

তাৰ পিচৰ ইতিহাস অতি কৰুণ। যেতিয়া ১৮৫৭ চনৰ বিদ্ৰোহ শেষ হ'ল, ইংৰাজ সৈনিকে এবছৰ যুদ্ধৰ পিচত লক্ষ্ণৌ চহৰ দখল কৰে। কিন্তু কাইচাৰ বাগ আৰু তাৰ সংলগ্ন চহৰতলী, তেওঁলোকৰ কোনো কামত নাছিল। অবধত বহুতো প্ৰভুভক্ত তালুকদাৰ আছিল, যিসকলে ১৮৫৭ চনত ইংৰাজ মালিকসকলক সাহায্য কৰিছিল। লৰ্ড কেনিং (ক্লেমেন্সী কেনিং) তেওঁলোকক পুৰস্কাৰ হিচাবে কাইচাৰ বাগ আৰু চহৰতলী বিনা পয়চাতে দিলে। লগান মাফ্, কিৰায়া মাফ্ খাজনা মাফ্। আজি কাইচাৰ বাগৰ ৰূপ সলনি হৈ গৈছে। আজি কাইচাৰ বাগৰ কোনো কোঠীৰ পৰা আগৰ দৰে সূৰ্য ডুব যোৱাৰ লগে লগে নাবাজে ঘুঙুৰ, তবলাত নপৰে চম্ আৰু নাবাজে কথকৰ তা থেই তত্ থেই।

*　　　　*　　　　*　　　　*

লক্ষ্ণৌৰ কেশৰ বাগৰ চহৰতলীৰ এক কোঠীত আনোখী বেগমৰ জন্ম হৈছিল। কোন তেওঁৰ বাবা আছিল সেয়া তেওঁ নেজানে। কিন্তু জানিছিল তেওঁৰ মাৰ নাম উমৰাওজান। আনোখীৰ সেই দস্তাবেজত ভৰত মহাৰাজৰ কথা লেখা আছিল, আৰু বহুতো চিনাকি অচিনাকিৰ নামৰ কথা। উমৰাওজানৰ কথা বিক্ষিপ্তভাৱে লেখা আছে। কিন্তু আনোখী বেগমৰ দস্তাবেজত এটি নাম জ্বলজ্বল কৰি প্ৰতিবাৰ আমাৰ চকুৰ সন্মুখত ভাঁহি আছে। ক'ত গড়নৰসিংগড় আৰু ক'ত লক্ষ্ণৌ। হিজি-বিজিকৈ লেখা এটি নাম—মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং।

সেইদিনাখন উমৰাওজনে কেশৰ বাগত তেওঁৰ কোঠীত বহুতো লাইট জ্বলাইছিল। তেতিয়া কিমানখিনিয়ে বা বয়স আনোখীৰ? সেইদিনাখন গড়নৰসিংগড়ৰ মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং কেশৰ বাগত থকা উমৰাওজানৰ কোঠীলৈ আহিব। আৰু পিছদিনা-খনে আনোখীক গড়নৰসিংগড়লৈ লৈ যাব। আনোখীৰ নথ তেতিয়াও খোলা হোৱা নাছিল। উমৰাওজানৰ মনত পৰে তেওঁৰ নিজৰ নথ খোলাৰ কথা।

সেয়া এক বীভৎস কথা। কোনো এক নবাবৰ আত্মীয় তেওঁৰ ওচৰলৈ আহিছিল। আদবে মহফিল, তহজীবৰ (আচৰৰ ভব্য আচৰণ) কথা নজনাকৈ তেওঁৰ কাপোৰ কানি ফালি-ছিৰি ক্ষতবিক্ষত কৰিছিল। বিছনাত বৈ গৈছিল তেজৰনৈ। কিন্তু সেই ৰাতিয়েই উমৰাওজানে কান্দি কান্দি প্ৰতিজ্ঞা কৰিছিল—তেওঁৰ ছোৱালী যাতে উমৰাওজান নহয়। উমৰাওজানৰ জীৱনলৈ বহুতো পুৰুষ আহিছিল। কিন্তু নিজৰ বুকুত হাতদি উমৰাওজানে কেতিয়া কব নোৱাৰে—আনোখী কাৰ ছোৱালী।



বহুবাৰ আনোখীয়ে এই প্ৰশ্ন কৰিছে, "আম্মীজান, মোৰ আব্বাৰ নাম কি? কি তাৰ ইশমে-শৰীফ (নাম)?" যেতিয়াই আনোখীয়ে এই প্ৰশ্ন কৰিছে তেতিয়াই উমৰাওজানে কথাৰ পৰা ফালৰি কাটি গৈছে। সেয়া তেওঁ নিজেই নেজানে। কোন হ'ব পাৰে আনোখীৰ আব্বা? মাজে মাজে উমৰাওজানে ভাবিবলৈ চেষ্টা কৰিছে। তেওঁৰ চকুৰ সন্মুখত ভাঁহি উঠে কামাতুৰ পুৰুষ 'কিছুমানৰ মুখ। নবাব ইমদাদ আলী, ইৰফানউল্লা, নবাবজাদা চালামত হুচেন, শাহজাদা চালাউদ্দিন—আৰু বহুতো। হয়তো এওঁলোকৰ মাজৰে কোনোবা এজন হয়তো হব তেওঁৰ দুলাৰী বেটী, তেওঁৰ জানে—চশ্‌ম-নূৰ (প্ৰাণৰ চকুৰ জ্যোতি) আনোখীৰ আব্বাজান।

ভয়-ভাবনা চিন্তাত মাজে মাজে সেই ৰাতি উমৰাওজান শিয়ৰি উঠিছিল। যদি আনোখীৰ তেওঁৰ দৰে অৱস্থা হয়? নহয়, নহয়, সেয়া কিয় হ'ব? মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং জ্ঞানী, ধনী আৰু ভদ্ৰ পুৰুষ। তেওঁৰ বিষয়ে উমৰাওজানে বহু খা-খবৰ লৈছে। কিন্তু কোনোৱেও তেওঁৰ সম্বন্ধে বেয়া মন্তব্য কৰা নাই। আল্লা-ৰাখী, নূৰী জহুৰণ, গুলবানো, পুখৰাজ বেগম সকলোৱে কৈছে, মহাৰাজৰ দৰে শৰীফ ইনচান (ভদ্ৰপুৰুষ) এই পৃথিৱীত নাই। পয়চাৰ বিষয়ত তেওঁ মুক্তহস্ত। কিন্তু আজিলৈ তেওঁ অন্ততঃ যিমান দিন তেওঁলোক কলিকতাত আছিল তেওঁলোকৰ গাত হাত দিয়া নাই। সঙ্গীত আৰু নৃত্যৰ সমঝদাৰ তেওঁ। তেওঁলোকৰ বহু মহফিললৈ তেওঁ আহিছিল, কিন্তু কোনো বেয়াদবী তেওঁ কৰা নাই। কিয়, পুখৰাজ বেগমেইতো তেওঁক জনাইছিল যে, এবাৰ তেওঁৰ কলিকতাৰ মহফিলত এজনে মদ খাই বদতমিজী কৰিছিল। চাবুক দি চপাং চপাং কৰি কোবাই তাক খেদি পঠিয়াই-ছিল। ৰুদ্ৰপ্ৰসাদ সিঙে পুখৰাজ বেগমৰ দুখ, তেওঁলোকৰ সময়ত মহাৰাজ কলি-কতালৈ খুব কমেই আহিছিল, কিন্তু সেই কম সময়ত তেওঁ তেওঁলোকক ইমান বেছি পইচা দিছিল তেওঁলোকৰ আৰ্থিক অৱস্থা বেচ টনকিয়াল হৈ উঠিছিল। কিমান প্ৰলোভনেই তেওঁক দেখুৱা হৈছিল, তথাপিও তেওঁ তেওঁলোকৰ নথ খুলিবলৈ সন্মতি দিয়া নাছিল। কিয়, তেওঁয়েতো আল্লাৰাখীকে কৈছিল—যিজনৰ নথ মই খুলিম তেওঁ চিৰকাল মোৰ লগত থাকিব। আনোখীতো কিচমৎৱালী যে তেওঁৰ নথ খুলিবলৈ মহাৰাজ সন্মত হৈছে।

শেষত এই খবৰো পুখৰাজ বেগমে দিছে। মহাৰাজ বিপত্নীক। তেওঁৰ স্ত্ৰী মহাৰাণী সুলক্ষণা দেবীৰ তিনিবছৰমান হ'ল মৃত্যু হৈছে, তেওঁলোকৰ ল'ৰা ৰাজকুমাৰ আদিত্যনাৰায়ণ সিং। কলিকতাত থকা মহাৰাজৰ ঘৰত নাৰ্চ আৰু গভৰ্ণেচে লালন-পালন কৰি আছে। অলপ ডাঙৰ হলেই লৰাক বিলাতলৈ পঠিয়াই দিব। ডাঙৰহোৱাৰ পিচতহে দেশলৈ উভতি আহিব।

উমৰাওজান হঠাৎ ব্যস্ত হৈ পৰিল। সন্ধ্যা পাৰ হৈ গৈছে। সাৰেঙ্গী, তবলাৱালা

সকলো আহি পাইছে। কিন্তু আনোখীতো এতিয়াও সাজু হোৱা নাই। মহাৰাজ যি কোনো সময়ত আহি উপস্থিত হ'ব পাৰে। আজি বহুমানুহক ওভটাই পঠিয়াইছে। আজিৰ ৰাতিটো মাথোন মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিংহৰ বাবে। আজিয়েই তেওঁৰ ছোৱালীৰ ভাগ্য নিৰ্ণয় হ'ব—তেওঁৰ কিচমৎ কা ফৈচলা। পুণৰ এবাৰ উমৰাওজানে সজোৱা মহাফিল চকু ফুৰালে। সকলো ঠিক আছে। কিন্তু আনোখী ক'ত? তেওঁ যে এতিয়াও সাজু হোৱা নাই। "আৰে চিব্বো, চৌকত?" চাকৰবোৰৰ নাম মাতি মাতি উমৰাওজান ঘৰৰ ভিতৰলৈ সোমাই গ'ল। উমৰাজানে আনোখীৰ দুৱাৰত শব্দ মাৰিবলৈ গৈও বৈ গ'ল। দুৱাৰখন অলপ খোল খাই আছিল। তাৰে ফাকেদি ভিতৰলৈ চকু দিওতেই উমৰাওজান চমকি উঠিল। এয়া তো ছোৱালী নহয়, এয়া যে একুৰা জুই।



# ৩

দীঘল আয়নাখনৰ সমুখত ঠিয় হৈ আনোখী বোধহয় চমকি উঠিছিল। নিজকে যে আগতে দেখা নাছিল সেইটো নহয়, কিন্তু কিয়জানো তেওঁৰ আশঙ্কাভৰা হৃদয়লৈ নিজকে সম্পূৰ্ণ নগ্ন দেখি, আজি তেওঁৰ লাজ লাগিল। মাত্ৰ হাত দুখন দি তেওঁ কিয়েবা ঢাকিব পাৰে, আনোখীয়ে ভাবিব পৰা নাছিল।

দূৰৈৰ পৰা অহা দ্ৰুত পদশব্দ ভাঁহি আহিছিল। বোধহয় চিৰিৰে কোনোবা উঠি আহিছে নহলে নামি গৈছে।

লাজৰ কি আছে। আনোখীয়ে জানে তেওঁ সুন্দৰী। কিয় গোটেই লক্ষ্ণৌ চহৰতো আনোখী বুলিলে পাগল। আনোখীৰ কিছুদিন আগৰ কথা মনত পৰে, তেতিয়া তেওঁ যৌবনৰ দুৱাৰদলিত ভৰি দিছেহে মাত্ৰ। মাকৰ মহফিল যেতিয়া জমি উঠে তেওঁ এটা কোনত মনে মনে বহি থাকে। কিন্তু এইটো আনোখীয়ে ঠিক বুজিছিল যে মহফিলত বহা মানুহবোৰে তেওঁলোকৰ দৃষ্টিৰে পৰা হেঁতেন বোধহয় তেওঁক ফালি খাই পেলালেহেঁতেন। আনোখীৰ ভাব হৈছিল তেওঁৰ পিন্ধা কাপোৰৰ মাজেদি যেন মানুহবিলাকৰ ক্ষুধাৰ্ত, কামাতুৰ দৃষ্টি তেওঁৰ এক এক অঙ্গ-প্ৰত্যঙ্গৰ ওপৰত পৰিছে। তেওঁৰ আম্মী, উমৰাওজানে সকলো সময়তে আবৰি ৰাখিছিল।

কিন্তু আজি ৰাতি কি হ'ব? ভয় ভাবনা, এক অজানা আশঙ্কাত তেওঁৰ বুকুখন দুৰু দুৰুকৈ কঁপি উঠিল। কি জানো কেনেকুৱা হ'ব সেই পুৰুষ যি গতানুগতিক ৰীতি অনুসাৰে আনোখী বাঈৰ নথ আজি ৰাতি খুলিব। আনোখীয়ে অৱশ্যে কিবা

কিবি শুনিছে তেওঁলোকৰ পুৰণি দাসী চিবোৰ পৰা—তেওঁৰ আম্মীৰ নথ খোলাৰ ঘটনাৰ বিষয়ে। মাকৰ সেই দুৰ্দশাৰ কথা মনত পৰোতেই নিজৰ অজানিতে তেওঁৰ ডাঙৰ ডাঙৰ চকুৰ কোণত পানী চিকমিকাই উঠিল। বগা উন্নত বুকুৰ ফালে চাই আনোখী বোধহয় অলপ চিঞৰি উঠিল। অজ্ঞাত লাজৰ পৰশেও হয়তো ছুই গ'ল।

নিজৰ বুকুলৈ আনোখীয়ে আকৌ এবাৰ চালে। তেওঁৰ বয়সতকৈ হয়তো অলপ ডাঙৰ, কিন্তু তেওঁৰ শৰীৰ গঠনৰ তুলনাত মিলি গৈছে। দুই বৃত্তৰ ওপৰত অলপ আগতে পৰা চকুপানী চিক্‌মিকাই উঠিছে। আনোখী আয়নাৰ আৰু ওচৰলৈ আগুৱাই গ'ল। বগা বুকুখন যেন এক দুৰান্ত বলিয়া নদীৰ ঢৌ। লাজ পালে আনোখীয়ে।

দূৰৈৰ পৰা অহা পদশব্দ যেন ওচৰলৈ আহিছে। কিন্তু আনোখীৰ খবৰ নাই। নিজকে বিৰাট আয়নাৰ সম্মুখত চাইছে আৰু মিচিকিয়াই হাঁহিছে। সেই হাঁহিৰ মাজতে আনোখীয়ে দেখা পালে তেওঁৰ চকুৰ দুটোপাল পানী ওলাই তললৈ বৈ আহিছে, আহিছে আৰু তললৈ। এটা সময়ত ক'ৰবাত যেন হেৰাই গ'ল সেই দুটোপাল চকুৰ পানী।

কেতিয়া যে তেওঁৰ মাক দুৱাৰৰ কাষ পাইছিলাহি আনোখীয়ে গমেই নাপালে। দুৱাৰৰ ফাঁকেৰে সেই দৃশ্য দেখি উমৰাওজান কঁপি উঠিছিল। পিচমুহূৰ্ততেই দৌৰি নিজৰ কোঠালৈ গ'ল। পুৰণি চিন্দুক খুলি কোৰাণশ্বৰীফ হাতত লৈ বহুসময় বহি থাকিল। তাৰপিচত চিন্দুক বন্ধ কৰি ভাবিবলৈ চেষ্টা কৰিলে, কোন হ'ব পাৰে আনোখীৰ দেউতাক? কিবা এটা ভাবি, চিন্দুকৰ এটা কোণত থকা ৰঙা কাপোৰেৰে বন্ধা বাণ্ডিল এটা উলিয়াই আনিলে। কিমানবোৰ প্ৰেমপত্ৰ সেই বাণ্ডিলত আছে, আৰু আছে প্ৰায় একডজনমান ছবি। সুপুৰুষ, কুপুৰুষ, তেওঁৰ চাহনেৱালাসকলে (প্ৰেমপ্ৰাৰ্থী) পঠোৱা ছবি। কিন্তু এওঁলোকৰ ভিতৰত কোন হ'ব পাৰে আনোখীৰ দেউতাক? উমৰাওজানে ভাবিবলৈ চেষ্টা কৰে, কিন্তু ভাবনাৰ উত্তৰ একো নেপায়। কান্দোনত উমৰাওজান ভাঙি পৰিল।

হঠাতে উমৰাওজানে চেতনা ওভটাই পালে। তলৰ মহফিলৰ পৰা ভাঁহি আহিছিল তবলাৰ সম্ আৰু চাৰেঙ্গীৰ মূৰ্ছনা। বহুত পলম হৈ গৈছে। যি কোনো সময়তে মহাৰাজ আহি পাব পাৰে। খৰধৰকৈ চিন্দুক বন্ধ কৰি চকুমছি উমৰাওজান আকৌ দৌৰি গ'ল আনোখীৰ কোঠাৰ ফালে। তেতিয়াও আনোখী সেইদৰে আয়নাৰ সম্মুখত ঠিয় হৈ আছে।

উমৰাওজান ৰ'ব নোৱাৰিলে। দুম্‌কৈ দুৱাৰখন খুলি ভিতৰলৈ সোমাই আহিল। লগে লগে আনোখী চমকি উঠি চিঞৰি উঠিছিল—"ইয়াহ আল্লা!" আৰু লগে লগে নিজকে লুকুৱাবলৈ চেষ্টা কৰিছিল।

"বেটী, মহাৰাজৰ অহা সময় হৈছে, তই এতিয়াও সাজু হোৱা নাই? সোনকাল



কৰ বেটী। শুনিছোঁ মহাৰাজ ভীষণ খণ্ডাল মানুহ। তই ইমান সময় কি কৰিছিলি? নিজৰ জিসম (দেহ) নিজেই চাইছিলি? কিন্তু অলপ সময় পিচতেই তো এই জিসম অন্য কাৰোবাৰ সম্পত্তি হ'ব। নিজৰ জিসমক ইমান ভালপাব নালাগে বেটী। তই সোনকালে সাজুহ?"

"কিন্তু আম্মীজান, যদি মোৰ অৱস্থাও তোমাৰ দৰে হয়?" হঠাতে আনোখীয়ে প্ৰশ্ন কৰিছিল।

"মোৰ কি হৈছিল?" চিঞৰি উঠিছিল উমৰাওজানে।

"মই সকলো জানো আম্মী। তোমাৰ নথ কেনেকৈ খোলা হৈছিল মই জানো। যদি মোৰো তেনেকুৱা হয়, মই কোঠী এৰি যামগৈ। মই ভিক্ষা কৰি খাম, কিন্তু মোৰ জিসম কোনো জানোৱাৰক নিদিও।"

"নহয় আনোখী, মহাৰাজ জানোৱাৰ নহয়। তেওঁ ফৰিস্তা (দেৱদূত)।" উমৰাওজানে কলে।

"সব মৰ্দই (পুৰুষ) বিছনালৈ অহাৰ আগতে ফৰিস্তা হয় আম্মী। কিন্তু এবাৰ বিছনালৈ আহিলে তেওঁলোক জানোৱাৰ হৈ যায়গৈ।"

উমৰাওজান হঠাৎ অস্থিৰ হৈ উঠিল। "বেটী, তৈয়াৰ হো যাও। ওৱাক্ত কৰীব আ গয়া। মহাৰাজ আতে হী হোঙ্গে।"

"হ্যাঁ আম্মী, মই ওলাইছোঁ। কিন্তু তুমি মোক কোৱা, তোমাৰ জীৱনত যিমান পুৰুষ আহিছিল সকলোৱে জানো ফৰিস্তা আছিল? জানোৱাৰ জানো কোনো নাছিল?"

কেইটিমান মুহূৰ্তৰ কাৰণে উমৰাওজান মনে মনে থাকে। ভাবিবলৈ চেষ্টা কৰে সেই পুৰুষৰ মুখবোৰ। নবাব ইমজাদ আলী, ইফানউল্লাহ, নবাবজাদ চালমৎ হুচেন, শাহো চালাউদ্দিন—আৰু বহুতো। এওঁলোকৰ মাজত কোন আছিল ফৰিস্তা আৰু কোন আছিল জানোৱাৰ? বহুপুৰুষ উমৰাওজানৰ জীৱনলৈ আহিছিল আৰু গুছি গৈছিল। সকলোৰে মুখ তেওঁৰ মনতো নাই। বেছি ভাগেই জানোৱাৰ আছিল। কিন্তু এখন মুখ বাৰে বাৰে উমৰাওজানৰ মানসচিত্ৰত ভাঁহি উঠে। সুন্দৰ, সৌম্য, স্বাস্থ্যবান এজন যুৱকৰ চেহেৰা। তেওঁ যেন কিবা ক'ব খোজে, কিন্তু ক'ব পৰা নাই। উমৰাওজানৰ মনত পৰিল বহুদিন আগৰ কথা। সকলো কথা মনত নাই। কিন্তু অলপ মনত অলপ পৰে। তেতিয়া কিমানখিনিয়ে বয়স আছিল তেওঁৰ। কোনে যেন তেওঁক সাৱধান কৰি দিছিল—খবৰদাৰ কোনো বদতমীজি নাইবা বেয়াদবী নকৰিবা। ভীষণ খণ্ডাল আৰু নিষ্ঠুৰ এই নবাবজাদা চালমাৎ হুচেন। যদি ভালদৰে বিচনালৈ নোযোৱা চাবুকেৰে কোবাই ঠিক কৰি দিব। আৰু বিছনাত যদি বেছি নখৰা কৰা তেনেহলে তেওঁ এলচেচিয়ান কুকুৰ লগাই দিব। আৰু পিছদিনাখন মৃতদেহ বাগিছাত পুতি থ'ব। কোনোৱে গমকে নোপাব।

উমৰাওজানৰ বুকু কঁপি উঠিছিল। আঠোটা ঘোৰাই টনা ঘোৰাগাড়ীত নবাব-জাদাৰ মহললৈ যাওতে বাৰে বাৰে প্ৰাৰ্থনা কৰিছিল, “আল্লাহ তালাহ পৰৱৰদীগাৰ, মোক ৰক্ষা কৰা।” পোনে পোনে তেওঁক লৈ যোৱা হৈছিল মখমলৰ পৰ্দ্দা দিয়া নবাবজাদাৰ শোৱনি কোঠালৈ।

কিন্তু যেতিয়া নবাবজাদা চালামৎ হুচেন কোঠালৈ সোমাই আহিছিল, তেতিয়া উমৰাওজানে অকনো ভয় খোৱা নাছিল। মৃদু হাঁহি মাৰি বিছনাৰ কাষলৈ নবাবজাদা আগুৱাই আহি, মৰম কৰি চুমাৰে গাল মুখ ওপচাই দিছিল। আৰু যেতিয়া যন্ত্ৰণা আৰু আনন্দৰ আতিশয্যত উমৰাওজানে চিঞৰি উঠিছিল, তেতিয়া নবাবজাদা চালামৎ হুচেনে কৈছিল—“তেনেহলে আজি থাওক উমৰাওজান।”

উমৰাওজানৰ মুখৰ পৰা ওলাইছিল—“শুৰ্কৰিয়া গৰীব নওৱাজ। বহোত বহোত চুকৰিয়া।”

শুকান কিন্তু মৃদু হাঁহি মাৰি নবাবজাদা চলমাৎ হুচেনে কৈছিল—“জীৱনত এয়া প্ৰথম মই কুমাৰী ছোৱালীক প্ৰথম ৰাতি এৰি দিলো। উমৰাওজান তোমাক মই ভাল পাব খোজো, অকল অঙ্কশায়িনী কৰিব খোজা নাই। মই বিচাৰো তুমি মোৰ শৰীকে-জিন্দগী হোৱা (জীৱন লগৰী)।”

নবাবজাদা চালমাৎ হুচেনে আনুষ্ঠানিকভাৱে হয়তো উমৰাওজানৰ নথ খোলা নাই সচাঁ, কিন্তু তেওঁৱেই আছিল প্ৰথম পুৰুষ যিজনক তেওঁ নিজৰ দেহ দান দিছিল। তেওঁৰ নথ খোলাৰ ঘটনা তেওঁৰ কাৰণে দুঃস্বপ্নৰ দৰে। মানুহজনে পগলা কুকুৰৰ দৰে কামুৰি কামুৰি ক্ষত-বিক্ষত কৰি দিছিল। পিচত নিচাত মাটিত লুটি খাই পৰিছিল। চাকৰ নাকৰৰ দ্বাৰা বাটৰ কাষৰ নলাত সেই ৰাতিয়েই পেলাই দিয়া হৈছিল।

হয়তো চালামৎ হুচেনে এই ঘটনা জনা নাছিল। পিচত তেওঁ বহুবাৰ আহিছিল আৰু প্ৰতিবাৰেই উমৰাওজানক ফুলৰ দৰে বুকুত তুলি লৈছিল। কোনে জানিছিল হয়তো এদিনাখন উমৰাওজান চালামৎ হুচেনৰ শৰীকে-জিন্দেগীয়ে হ'লহেতেন। কিন্তু সেয়া নহ'ল। কিছুদিন পিচতেই চালামৎ হুচেনৰ তেজেৰে তুমবলি দিয়া মৃতদেহ গোমতীৰ কাষত পোৱা গৈছিল।

হঠাতে তেওঁৰ বুকুখন কঁপি উঠিল। কোনে জানে হয়তো আনোখী চালামৎ হুচেনৰ ছোৱালী। কিন্তু উমৰাওজানে জানো নিজৰ বুকুত হাত থৈ কব পাৰিব যে চালামৎ হুচেনেই আনোখীৰ দেউতাক? যিটো ৰাতি তেওঁৰ দেহ সম্পূৰ্ণভাৱে চালামৎ, হুচেনক দান কৰিছিল তাৰপিচত যদি এবছৰো চালামৎ হুচেন জীয়াই থাকিলহেঁতেন তেতিয়া হয়তো উমৰাওজানে ক'ব পাৰিলেহেঁতেন “তোমাৰ ৱালিদেৰ (দেউতাক) নাম—নবাবজাদা চালামৎ হুচেন।” কিন্তু সেয়াতো হোৱা নাই। তাৰ কিছুদিন



পিছতেই তেওঁ কোনোবা এখন জগতলৈ গুচি গৈছিল। কি বিশ্বাস আৰু আত্ম-প্ৰত্যয়লৈ উমৰাওজানে ক'ব যে আনোখী নবাবজাদাৰেই ছোৱালী?

দূৰৈৰ পৰা অহা পদশব্দ আনোখীৰ কোঠাৰ সম্মুখত থমকি ৰ'লহি। পিচমুহূৰ্ততেই ফোপাই-ফোপাই চিৰ্ব্বো কোঠালৈ সোমাই আহিল।

“আল্লাহ কচম্, গজব হো গয়া। মহাৰাজ কী চওৱাৰী ৰওনা হো গয়ী উচকী মহল সে, আউৰ তুম তৈয়াৰ ভী নহী হো।” চিৰ্ব্বোই একে উশাহতে কথাখিনি ক'লে।

ক'বপৰা যেন আত্মবিশ্বাস ওভটাই পাই আনোখীয়ে বুকু ফিন্দাই ঠিয় হৈ কলে,—“চলো আম্মী, ম্যায় তৈয়াৰ হুঁ। কুৰবানী কা বক্‌ৰা তৈয়াৰ হ্যায়। আৰ্জ ৰাত ম্যায় অপনী জিচমে কী কোটি কোটি জানোৱাৰ কো খিলাউঙ্গী। খুচ হো না আম্মী? খুচ হ্যায় না তু শিৰোআপা?” বলা মা, মই সাজু। বলিৰ ছাগলী সাজু। আজি ৰাতি মই মোৰ শৰীৰৰ মাংস টুকুৰা টুকুৰ কৰি জানোৱাৰক খুৱাম। তুমি আনন্দিত হৈছাতো মা? শিৰ্ব্বোবাইদেউ তুমিওতো আনন্দিত?)

“ইয়ে তু ক্যা বোল ৰহী হ্যায় বেটী?” উমৰাওজানে চিঞৰি উঠে।

“চলো আম্মী দেৰ হো ৰহী হ্যায়।” আনোখী দৃঢ় পদক্ষেপেৰে কোঠাৰ পৰা ওলাই চিৰিৰে তললৈ নামিবলৈ ধৰিলে। মহফিলৰ পৰা তবলাৰ তাল আৰু সুৰৰ বেশ ভাঁহি আহিছে। আনোখী চিৰিৰ মাজপথত। তেওঁৰ ভৰিৰ ঝুনুকা বাজি উঠিছে ৰুন্ ঝুন্ ঝুন্ ছুন্ ছুন্। এনেসময়তে কোঠীলৈ সোমাই আহিল মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙৰ আঠোটা ঘোড়াই টনা গাড়ী।

আনোখী চিৰিৰ শেষ চিৰি পাইছেহি। আৰু ঘৰৰ দুৱাৰমুখত মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙে ভৰি দিছেহি। মুহূৰ্তৰ কাৰণে চকুৰ দৃষ্টি বিনিময় হ'ল। দৃঢ় পদক্ষেপেৰে আগুৱাই গ'ল মহাৰাজ, আৰু চকিত হৰিণীৰ দৰে গালিচাৰ ফালে আনোখী আগুৱাই গ'ল। সেই মুহূৰ্ততে আনোখীয়ে দেখিলে এক সুন্দৰ সৌম্য মূৰ্তি। দীঘল বলিষ্ঠ দেহ। মুখত মৃদু হাঁহি। বহল কপালত বিন্দু বিন্দু ঘাম। পিন্ধনত হান্টিং ব্ৰিচেছ্। হাতত বন্দুক। দুফালে দুজন মানুহ। আনোখীয়ে পিচত জানিছিল, তাৰে এজন আছিল গড় নৰসিংগড়ৰ দেৱান প্ৰণৱ লাহিড়ী আৰু আনজন মহাৰাজৰ অনুগত ভৃত্য ৰামুকাকা। আনোখীৰ পিচত থমকি ঠিয় হৈ আছে উমৰাওজান। ভয়ত তেওঁৰ বুকুখন কঁপি উঠিছে। কি ঠিক কি কৰে এই ছোৱালীয়ে। কোনো বদতমীজি যেন নকৰে। আগুৱাই গৈ ৰুদ্ৰপ্ৰতাপ সিঙক মূৰ তল কৰি উমৰাওজানে চালাম কৰিলে, হুজুৰে আন্‌ৱৰ কো বহুত বহুত আদাব।”

সামান্য মূৰ তল কৰিলে ৰুদ্ৰপ্ৰতাপে। তাৰপিচত গালিচাৰ ফালে আগুৱাই গ'ল। আনোখী তেতিয়ালৈকে ঝাড়লন্ঠনৰ তলত ঠিয় হৈছেহি। আনোখীয়ে সামান্যভাৱে কুনিশ কৰিলে। তবলাত পৰিল তাল আৰু সাৰেঙ্গীত পৰিল তান। আনোখী

বেগমৰ প্ৰথম মহফিল গমগমাই উঠিল। এটাৰ পিচত এটাকৈ ঝাড়লন্ঠনসমূহ জ্বলিব ধৰিলে, আৰু ফজল মিঞাই ৰূপৰ থালত পানীয় সজাই ৰুদ্ৰপ্ৰতাপৰ সন্মুখত ঠিয় হলহি। মৃদু হাঁহি এটি মাৰি ৰুদ্ৰপ্ৰতাপে আলফুলকৈ পানীয় পাত্ৰ হাতত তুলি ললে। দেৱান প্ৰণব লাহিড়ীক কিবা এটা ইঙ্গিত দিলে। আৰু প্ৰণৱ লাহিড়ীয়ে তবলচী আৰু সাৰেঙ্গীৱালাক ইঙ্গিত দিলে। আনোখী বেগমে তেওঁ প্ৰথম মেহফিলত আৰম্ভ কৰিলে গজল।

হঠাতে বিজুলী চমকি উঠিছিল। ক'ৰবাত যেন বজ্ৰপাত পৰিছে তাৰপিচত অবিৰাম বৰষুণ পৰিবলৈ ধৰিলে। সেয়া এক অদ্ভূত ৰাতি। আনোখীয়ে গানৰ পিচত গান গাই আছে। মাজে মাজে ৰুদ্ৰপ্ৰতাপে মাত্ৰ কৈছে—"বহোৎ আচ্ছা—এক্ আউৰ"। আকৌ আনোখীয়ে গাইছে। তবলচী আৰু সাৰেঙ্গীয়াও যেন পাগল হৈ উঠিছে।

ৰাতি তিনিটা। আনোখী ভাগৰি পৰিছে। তেওঁৰ গাৰ পৰা ঘাম ওলাইছে। এই মানুহজন কি? আনোখীয়ে জানো গোটেই ৰাতি গাব আৰু নাচিব? ঝুনুকাই ভৰিৰ মাংস যেন কাটি পেলাইছে। আনোখীয়ে আৰু নোৱাৰা হৈছে। তথাপিও উঠিল আৰু এবাৰৰ কাৰণে।

এই প্ৰথম আনোখীয়ে এক গম্ভীৰ মাত শুনিলে। "দেৱানজী বহু ৰাতি হ'ল, আপোনালোক উঠক। মই এতিয়া শুম।"

আনোখীয়ে ভালকৈ চালে ৰুদ্ৰপ্ৰতাপক। মুহূৰ্তৰ কাৰণে তেওঁৰ আৰু উমৰাওজানৰ দৃষ্টিৰ বিনিময় হ'ল। আনোখীয়ে চালে ৰুদ্ৰপ্ৰতাপৰ ফালে। তেওঁ ফৰিস্তা নে জানোৱাৰ? আজি ৰাতি তেওঁৰ ভাগ্যত কি আছে। তেওঁ কিবা বুজি পোৱাৰ আগতে উমৰাওজানৰ ইঙ্গিতত এটা এটাকৈ ঝাড়লন্ঠনবোৰ নুমাবলৈ আৰম্ভ কৰিলে। ৰুদ্ৰপ্ৰতাপ ঠিয় হ'ল। উমৰাওজানে আনোখীক বুকুত সাবটিলৈ লাহে লাহে চিৰিৰে ওপৰলৈ উঠিবলৈ ধৰিলে। পিচত ৰুদ্ৰপ্ৰতাপৰ ভৰিৰ শব্দ শুনা গ'ল।

আনোখীক তেওঁৰ শুৱনী-কোঠালৈ প্ৰায় ঠেলা মাৰিয়ে সোমাই দিছিল উমৰাওজানে। ভয়, চিন্তা, আশঙ্কাত আনোখীয়ে তেওঁৰ মাকক প্ৰায় সাবটি ধৰিছিল। "আম্মীজান"। কোৱাৰ লগে লগেই ৰুদ্ৰপ্ৰতাপ ধুমুহাৰ দৰে কোঠাৰ ভিতৰলৈ সোমাই আহিছিল। আনোখী দৌৰি পলাব খুজিছিল। কিন্তু পলোৱাৰ আগতে দুৱাৰখন বন্ধ হৈ গ'ল। বাহিৰত তেতিয়া প্ৰকৃতিৰ তাণ্ডৱলীলা-ধুমুহা, বতাহ, বৰষুণ, বিজুলী।

উমৰাওজানৰ মনৰ ভিতৰতো আৰম্ভ হৈছে ধুমুহা, বতাহ, বৰষুণ, বিজুলী, মাথোন ভাবিছে আনোখীৰ ঘৰত কি হৈছে? ভাবি ভাবি কব নোৱাৰাকৈ উমৰাওজানৰ টোপনি আহি গৈছে?

ইফালে সুন্দৰ সপোন দেখি আনোখীৰ টোপনি ভাঙি গৈছে। সূৰ্যৰ প্ৰথম কিৰণে



তেওঁক জগাই দিছে। পোহৰত বিচনা জমজমাই উঠিছে। আনোখীয়ে নিজকে নগ্ন দেখি লাজ পালে। চমকি আনোখী উঠি বাহিৰ খোজে। আচৰিত হৈ যায়। তেওঁৰ বুকুততো তেওঁৰ হাত নাই। তেওঁৰ বগা বুকুত হাত থৈ মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং গভীৰ টোপনিত মগ্ন। বিছনাৰ একাষত পৰি আছে তেওঁৰ নথ আৰু তাৰ অদূৰৈত মখমলৰ এখন থিবাট মোনা। মনে মনে আনোখীয়ে হাহিলে। কৈ উঠিল—"মোৰ ফৰিস্তা শুইছে।" অলপ আগুৱাই গৈ নিদ্ৰাত অচেতন ৰুদ্ৰপ্ৰতাপক সাবটি লৈ তেওঁৰ ওঠত এক গভীৰ চুমা দিলে।

"তুম তো ফৰিস্তা হো।" আনোখীৰ মুখৰ পৰা যেন ক'ব নোৱাৰাকৈ কথাষাৰ ওলাই আহিল।

"তুম মেৰে শৰীকে-জিন্দগী (জীৱন-সংগৰী) হো আনোখী।" মৃদু শব্দ কৰি কলে ৰুদ্ৰপ্ৰতাপে আৰু আনোখীৰ দেহ সাবট মাৰি ধৰি ক'লে—"আনোখী আভি শো যাও। আউৰ বহুত ৰঙীন খোৱাব দেখো।"

দুৱৰৰ পৰা দেৱান প্ৰণৱ লাহিড়ীৰ মাত শুনা গ'ল। "ইওৰ হাইনেচ উই মাস্ট গো নাও। ইউ আৰ চাপোজড টু কল অন দী নিউ পোলিটিকেল এজেন্ট—কৰ্ণেল নোৰেল পেট্ৰিক জোনচ্ এট নাইন এ এম।"

আনোখীক সাবট মাৰি ধৰি ৰুদ্ৰপ্ৰতাপে ক'লে, "অ' দেৱানজী, ডেম ইউ এন ডি পলিটিকেল এজেন্ট। আই হেভ্‌ হেড চাচ এ বিউটিফুল নাইট। নাউ হোৱাই ডু ইউ ওৱান্ট টু স্পইল মাই ডে।"

"বাট ইউ মাস্ট ইয়ৰ হাইনেচ"—প্ৰণৱ লাহিড়ীৰ মাত বেচ স্পষ্টকৈ শুনিবলৈ পালে আনোখীয়ে। তেতিয়াও টোপনিৰ আমেজত মহাৰাজে আনোখীৰ গোটেই শৰীৰ হাত বুলাই আছে।

বিচনাৰ পৰা ধপ্‌হকৈ উঠিল ৰুদ্ৰপ্ৰতাপ। বিৰবিৰাই কলে, 'ইয়েচ, আই মাস্ট।" সাজুহৈ আনোখীৰ ওচৰলৈ আহি ক'লে "মই যাও আনোখী, তুমি সাজু হৈ থাকিবা, আজি আবেলি আমি গড়নৰসিংগড়লৈ যামগৈ।" দপদপাই ৰুদ্ৰপ্ৰতাপ ওলাই গ'ল। তেওঁ যোৱাৰ ফালে আনোখী বহু সময় চাই আছিল তাৰ পিচত বিছনাৰ পৰা উঠি অস্ফটস্বৰে চিঞৰি উঠিল "আম্মিজান ইত্‌না খুন।"

বিছনাৰ ঠিক মাজতে আছে তেজৰ দাগ। আনোখীৰ চিঞৰ শুনি উমৰাওজান দৌৰী আহিল। "কি হৈছে, কি হৈছে বেটী?" উমৰাওজানে সুধিলে। ভয় ভাবনাত তেওঁৰ মন তেতিয়া কঁপি উঠিছে।

"ক্যায়া হুৱা বেটী?" উমৰাওজানে বুজিব নোৱাৰি আনোখীৰ নগ্নদেহকে সাবটি ধৰিলে।

"কুছ নহী অম্মী, কল ৰাত এক ফৰিস্তা আয়া থা।"

খিলখিলাই হাঁহিছিল উমৰাওজানে। যেতিয়াই আনোখী গোচলখানাত সোমাইছে, উমৰাওজানে আঠকাঢ়ি বহি কান্দি কান্দি তেওঁৰ ভগৱানক মাতিছে "ইলাহী, পৰৱৰ দীগাৰ, তেৰা লাখ লাখ শুক্ৰ। মেৰী বেটী কো ফৰিস্তা মিল গয়া। মেৰী বেটী কো ফৰিস্তা মিল গয়া।" তাৰপিচত উমৰাওজানে এক আচৰিত কাণ্ড কৰিলে। সকলো চাকৰ-বাকৰক মাতি আনি মহাৰাজৰ দলিয়াই দিয়া মখমলৰ মোনা খুলি দলিয়াই দিছে সকলো টকা।

মহাৰাজ ৰুদ্ৰপ্ৰতাপসিঙৰ গাড়ী তেতিয়া উমৰাওজানৰ কোঠীৰ পৰা ওলাই গৈছে। ঘোঁৰাৰ ভৰিৰ শব্দ হৈছে থক্-থক্, থক্-থক্।

গা ধুই আনোখী ওলাই আহিল। আকৌ ঠিয় হ'লহি বিৰাট আয়নাখনৰ সন্মুখত। সেই নগ্ন দেহ তেওঁ আকৌ এবাৰ চালে কিন্তু যোৱা সন্ধ্যাৰ দৰে লাজ নেলাগিল। তেওঁৰ সকলো লাজতো কালি ৰাতি নিজেই হাঁহিমুখেই বিসৰ্জন দিছে। আৰু তেওঁৰ জিচ্‌ম তেওঁৰ শৰীৰ আৰুতো তেওঁৰ নহয়। তাৰ মালিকতো আন কোনোবা এজন হৈছে। তেওঁৰ মালিকনাৰ ছাপ থৈ গৈছে তেওঁৰ শৰীৰ প্ৰতি অঙ্গৰ কোঁহে কোঁহে।

আনোখী আয়নাৰ সন্মুখত ঠিয় হৈ ৰুদ্ৰপ্ৰতাপৰ চেহেৰা মনত পেলাবলৈ চেষ্টা কৰে। সকলো কথা মনত নপৰিল। কিন্তু আধা অন্ধকাৰ আধাপোহৰত দেখা সেই সুপুৰুষৰ বলিষ্ঠ বাহু, লোমশ প্ৰশস্ত বক্ষ, ওঁঠৰ স্পৰ্শ আনোখীয়ে যেন নিজৰ কোমল দেহৰ খুব ওচৰত অনুভৱ কৰিছে। পিচমুহূৰ্ততে আনোখীৰ বুকুখন এক অজনা আশঙ্কাত দুৰু দুৰুকৈ কঁপি উঠিল। কি তেওঁৰ ভৱিষ্যত? তেওঁৰ ভাগ্য, তেওঁৰ মা উমৰাওজানতকৈ হয়তো ভাল আৰু উজ্জ্বল, কিন্তু ক'ত লক্ষ্ণৌ আৰু ক'ত গড়নৰসিংগড়, কেনেকুৱা হব সেই ঠাই? সেই ঠাইৰ মানুহ কেনে হ'ব? আটাইত-কৈ ডাঙৰ কথা ইমানদিনে তেওঁ মাকৰ আঁৰত ছাঁৰ দৰে আছিল। আজি তেওঁ আঁতৰি যাব লাগিব এক অজানা দেশলৈ, এক সম্পূৰ্ণ অচিনাকি মানুহৰ স'তে।

ঠিক তেনে সময়তে চিব্বোআপাৰ মাত শুনিবলৈ পালে। "আৰে আনোখী, অব উঠো। বহোত খোৱাব দেখ্‌লী হ্যায়। কাফী দেৰ হো চুকী। অব তো নীচে আও।"

"অভী আই চিব্বোআপা। পৰ আম্মী কহা হ্যায়?" আনোখীয়ে গাৰাৰা কামিজ পিন্ধি পিন্ধি কলে।

চিব্বো এইবাৰ কোঠালৈ সোমাই আহিল। কোঠাৰ চাৰিওফালে চকু ফুৰাই চাই মৃদু হাঁহি মাৰি কলে, "আৰে তেৰী আম্মী তো খুচীকে মাৰে পাগল হো ৰহী হ্যায়। কল চাৰী ৰাত মহাৰাজকা দিয়া হুৱা পইচা বাটতী ৰহী। অব থক্ গয়া হোগী। তুভীতো অভীতক্ শো ৰহী হ্যায়।"



আনোখী বেগম যেতিয়া নিজৰ গৰিত যৌৱন উন্নত কৰি চিৰিয়েদি নামিছে, তেতিয়া মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙৰ আঠঘোঁৰাৰ গাড়ী ৰেচিডেন্সী কোঠীৰ ফালে দৌৰিছে। কাষত বহি দেৱান প্ৰণৱ লাহিড়ী আৰু সন্মুখত ৰামুকাকা। যেতিয়া ৰেচিডেন্সী কোঠীৰ ভিতৰলৈ গাড়ী সোমাই গৈছে তেতিয়া বাহিৰত লোকে লোকাৰণ্য। নতুন পলিটিকেল এজেন্ট কৰ্ণেল নোৱেল পেট্ৰিক জোন্সক চাবলৈ নতুবা খোচামোদ কৰিবলৈ আহিছে বহু সৰু সৰু ৰজা, মহাৰাজ, নবাব, ওৱাজিৰ, জমীদাৰ, তালুকদাৰ আৰু ইলাকদাৰ। সেই দৃশ্য দেখা পায় বজা ৰুদ্ৰপ্ৰতাপৰ শৰীৰ জ্বলি গ'ল। এসময়ত গাড়ী ৰ'লহি।

"দেৱানজী, আমাৰ এপয়েন্টমেন্টৰ সময় কেতিয়া?" ৰুদ্ৰপ্ৰতাপে গম্ভীৰ কন্ঠেৰে প্ৰশ্ন কৰিলে।

"ন বজাত ইওৰ হাইনেচ।" প্ৰণৱ লাহিড়ীৰে ভয়ে ভয়ে উত্তৰ দিলে।

"এতিয়া কিমান বাজিছে?"

"ইট্ ইজ ফাইভ টু নাইন, ইওৰ হাইনেচ।"

"দেন গো এণ্ড টেল হিম, আই এম হিয়াৰ।" ৰুদ্ৰপ্ৰতাপে নিজৰ পাগুৰী আৰু শেৰৱাণীৰ ভাঁজ ঠিক কৰি কৰি কলে।

আধাঘণ্টা পিচত দেৱান প্ৰণৱ লাহিড়ী উভটি আহিছিল। কৰ্ণেল চাহেব এতিয়াও শুই আছে। তেওঁৰ সকলো এপয়েন্টমেন্ট সময় সলনি হৈছে। তেওঁ এতিয়া কাৰো লগত দেখা নকৰে। এতিয়া হিজ হাইনেচৰ সময় ঠিক হৈছে আবেলি তিনিবজাত।

"ব্লাডি বাষ্টাৰ্ড"—ৰুদ্ৰপ্ৰতাপে নিজ মনে কৈ উঠিল। তাৰ পিচত দেৱানজীক কলে, "মই ঠিক তিনিবজাত আহিম। আৰু যদি দেখা নহয় মই উভটি যামগৈ। মনত থাকে যেন চাৰিবজাৰ ট্ৰেইনত আমি যামগৈ। তাৰ আগতে আনোখী বেগমক আনিব লাগিব। আপুনি সকলো বন্দোবস্ত কৰি ৰাখিব। মই পোনে পোনে ষ্টেচনলৈ আহিম।"

ঠিক তিনিবজাৰ পাঁচ মিনিট আগতে পুনৰ ৰুদ্ৰপ্ৰতাপৰ আঠঘোঁৰাৰ গাড়ী ৰেচি-ডেন্সীলৈ সোমাই আহিল। এইবাৰ গাড়ীত কোচোৱাণৰ বাহিৰে আন কোনো নাই। ৰামুকাকা আৰু দেৱানজী দুজনেই গড়নৰসিংগড়লৈ যোৱাৰ ব্যৱস্থা কৰিবলৈ গৈছে। আনোখী বেগমক কোঠীৰ পৰা ষ্টেচনলৈ লৈ যাব লাগিব।

"কিন্তু ৰামুকাকা, এয়া জানো ভাল হ'ল? মহাৰাজ অকলে গৈ কি কৰিব। হয়তো পুনৰ চাহেবৰ লগত কাজিয়া কৰি আহিব। চাহেবৰ লগত কাজিয়া কৰিয়ে ৰাজ্যৰ এই দুৰ্দশা। তুমি লগত যোৱাহেঁতেন ভাল আছিল ৰামুকাকা।" হতাশ হৈ দেৱান প্ৰণৱ লাহিড়ীয়ে কলে।

"নহী দেৱানজী, জো হোনা হ্যায় ৱহ হো জায়ে।" ৰামুকাকাই ক'লে।

যেতিয়া ঠিক তিনিবজাৰ সময়ত ৰুদ্ৰপ্ৰতাপ সিঙ ৰেচিডেন্সীৰ বৈঠকখানা পাইছিল, তেতিয়া কৰ্ণেল জোন্স কোঠীৰ কোণৰ ঘন্টা ঘৰত বিয়াৰৰ নিচাত ডুব গৈ আল্লাৰাখীৰ বাহুপাশত আবদ্ধ। কোঠীৰ বেয়াৰা তৌফিকক মাতি আনি ৰুদ্ৰপ্ৰতাপে কৈছিল, "চাহেবক কোৱাগৈ যদি তেওঁ গাচমিনিটৰ ভিতৰত নাহে মই গুছি যামগৈ। মই চাৰিবজাত ট্ৰেইন ধৰিব লাগিব। তাৰউপৰি মহমানুহ ৰাতিপুৱাৰ পৰা তেওঁক লগ ধৰিবলৈ অপেক্ষা কৰি আছে।"

তৌফিক মিঞা দৌৰি গৈ খবৰ দিলে কৰ্ণেল চাহেবক আৰু ঠিক পাঁচ মিনিটৰ ভিতৰতে বৈঠকখানালৈ আহিছিল কৰ্ণেল নোৱেল পেট্ৰিক জোন্স, পলিটিকেল এজেন্ট ফৰ চেন্ট্ৰল ইণ্ডিয়া।

ৰুদ্ৰপ্ৰতাপ ঠিয় নহল। বহি বহিয়ে কৈছিল, "আই থট্ ইউ আৰ এন ইংলিচমেন।"

"অৱ কোৰ্চ আই এম এন ইংলিচমেন।" মত্ত অৱস্থাতে কৰ্ণেল জোন্সে কলে।

"অল ইংলিচমেন কীপচ হিজ টাইম, ইউ ডোন্ট।" গৰজি উঠিল ৰুদ্ৰপ্ৰতাপ। যিমান ইংৰাজ তেওঁ দেখিছে, তেওঁলোক সকলোৱে সময় সম্পৰ্কে সচেতন।

কৰ্ণেল জোন্স তেতিয়া খঙত জ্বলি-পকি উঠিছে। চিঞৰি ক'লে, "হাউ ডিয়াৰ ইউ টক টু মী লাইক দিচ। আই উইল চী ডেট ইউ আৰ আউট।"

"আই এম নট বদাৰ্ড এবাউট ইওৰ থ্ৰেটৰ্চ।" ৰুদ্ৰপ্ৰতাপে লাজ আৰু ক্ষোভত চিঞৰি কলে।

ঠিক সেই সময়ত কৰ্ণেল জোন্সৰ পত্নী এমিলি জোন্স সোমাই আহিল। মুহূৰ্তৰ কাৰণে ৰুদ্ৰপ্ৰতাপ আৰু এমিলি জোন্সৰ দৃষ্টিবিনিময় হৈছিল। এমিলি ওচৰলৈ আহি কলে, "ইওৰ হাইনেচ, মাই হাজবেণ্ড ইজ ড্ৰাংক। ফৰগেট এবাউট হিম। আই এম চো চৰী।"

"ইটচ অলৰাইট মেডাম। বাট ডু টিচ্ হিম চাম মেনাৰচ।" হালি চেলাম দি ৰুদ্ৰপ্ৰতাপে কৈছিল।

"আই উইল।" ৰুদ্ৰপ্ৰতাপৰ ফালে চাই কলে আৰু নিজৰ বেড ৰুমৰ ফালে গুছি গ'ল।

কৰ্ণেল জোন্সক এফালে তৌফিকে আৰু আনফালে আল্লাৰাখীয়ে তেওঁৰ দেহটো ধৰি আছে। কৰ্ণেল জোন্সৰ কোটৰ পকেটত আল্লাৰাখীৰ হাত, আৰু আল্লাৰাখীৰ কামিজৰ মাজেদি কৰ্ণেল জোন্সৰ হাত।

হোঁ হোঁৱাই হাঁহি উঠিল ৰুদ্ৰপ্ৰতাপ, মহামহিম ইংৰাজ বাহাদুৰৰ প্ৰতিনিধিৰ অৱস্থা দেখা পায়।

"তৌফিক মিয়াঁ, চাহেবক কৈ দিয়া, আজি আবেলি মই গড়নৰসিংগড়লৈ যামগৈ। মোৰ নিমন্ত্ৰণ চাহেবৰ কাৰণে ৰ'ল। চাহেবক কবা, তেওঁ যেন মেমচাহেবক নৌ আমাৰ তালৈকে আহে। তেওঁলোক হ'ব মোৰ মেহমান।"



## ৪

হঠাতে কৰ্ণেল জোন্সৰ নিচা আতৰি গ'ল। দেখে যে আল্লাৰাখী নাই। পকেটত হাত দি চাই দেখিলে পকেট খালি। "দ্য বীচ্" বুলি কৈ উঠিল। পিচমুহূৰ্ততে মনত পৰিল গড়নৰসিংগড়ৰৰ মহাৰাজ ৰুদ্ৰপ্ৰতাপৰ আচৰণৰ কথা। কি দুঃসাহস মানুহজনৰ। এখন সৰু দেশীয় ৰাজ্যৰ ৰজাৰ ইমান সাহ। গভৰ্ণৰ জেনেৰেলে তেওঁক আগতেই কৈছিল গড়নৰসিংগড়ৰৰ ইতিহাস আৰু সেই ৰাজ্যৰ ইংৰাজ বিদ্বেষৰ কথা। তেওঁৰ হাতত সকলো ৰিপৰ্টে আছে। কিন্তু তেওঁ ভাবিছিল যে নতুন মহাৰাজ হয়তো অলপ চমজদাৰ আৰু দায়িত্বশীল হ'ব। "বাট হোৱাই চীক্" কৰ্ণেল জোন্সে নিজ মনে কৈ উঠিল।

নিজৰ বেডৰুমৰ পৰা ওলাই এমিলি জোন্সে স্বামীক উঠা দেখি বেচ খঙেৰে কলে, "নোৱেল ডালিং, ইট ইজ্ অলৰাইট ইউ গেট ড্ৰাংক, এণ্ড স্লীপ উইথ ডেট বীচ্। বাট চিত্তৰলী ডেট ডাজনট্ মীন ডেট ইউ মাষ্ট অলচো মিচ্‌বিহেভ।"

"ইউ মীন ডেট আপষ্টাৰ্ট অৱ এ ৰাজা। আই উইল শ্ব'হিম্ হিজ প্লেচ।" কৰ্ণেল জোন্সে কলে।

"বাট বিফ'ৰ ডেট্ ইউ মাষ্ট চে ছৰী টু হিম ফৰ বিঙ লেট ইন্ ইওৰ এপয়েন্টমেন্ট।" এমিলি জোন্সে অলপ জোৰ কৰিয়ে কলে।

"ইউ মীন্ আই উইল এপোলোজাইচ টু ডেট্ আপষ্টাৰ্ট ?" কৰ্ণেল জোন্সৰ ইংৰাজ ধমনীত ব্ৰিটিছ সাম্ৰাজ্যৰ সকলো শ্ৰেষ্ঠতা কেইছেকেণ্ডমানৰ কাৰণে প্ৰবাহিত হ'ল।

"বাট ইউ মাষ্ট। লেট্ আচ্ চি হিম্ এট দি ষ্টেচন।" এমিলি জোন্সে এয়া

ঠিক জানিছিল তেওঁৰ স্বামীৰ চাকৰী তেওঁৰ অনুগ্ৰহতে। আৰু কৰ্ণেল জোন্সোৰ নিজৰ জীৱনৰ দুৰ্বলতা সম্বন্ধে বেচ সচেতন আছিল।

কেইটিমান মুহূৰ্ত কিবা যেন ভাবিলে—"ও কে, ইফ ইউ চে আই মাস্ট, দেন্ আই উইল।"

যেতিয়া কৰ্ণেল জোন্সৰ গাড়ী ৰেচিডেন্সীৰ পৰা ৰাওঁনা হৈছে তেতিয়া মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙৰ গাড়ী উমৰাওজানৰ কোঠীৰ ফালে ৰাওনা হৈছে। কথা আছিল ৰামুকাকা আৰু প্ৰণৱ লাহিড়ীয়ে আনোখীক ষ্টেচনলৈ লৈ আহিব। কিন্তু কৰ্ণেল জোন্সৰ লগত হব লগা ইন্টাৰভিউটো কেইমিনিটমানতে শেষ হ'ল। হাতত সময় আছিল গতিকে তেওঁ উমৰাওজানৰ কোঠীৰ ফালে গ'লগৈ। এখন গাড়ীত বয়-বস্তুলৈ দেৱান প্ৰণৱ লাহিড়ী আৰু ৰামুকাকা। গাড়ীৰ এককোণত শিব্বো-আপা। তেওঁ আনোখীৰ লগত গড়নৰসিংগড়লৈ যাব।

ধীৰ পদক্ষেপেৰে ৰুদ্ৰপ্ৰতাপ সিং আগুৱাই গ'ল। তেতিয়া আনোখীক ধৰি উমৰাও-জান লাহে লাহে তললৈ নামি আহিছে। সেয়া এক হৃদয়বিদাৰক দৃশ্য। মাক আৰু ছোৱালীৰ কান্দোনত উমৰাওজানৰ কোঠী যেন ভাঙি পৰিছে। এটা চিৰি নামিছে আনোখী, আৰু উমৰাওজানে তেওঁক সাৱটি লৈ কান্দিছে। ৰুদ্ৰপ্ৰতাপ অলপ বিচলিত হ'ল। প্ৰণৱ লাহিড়ীক মাতি আনি ক'লে, "দেৱানজী থাকক। আনোখী ইয়াতে থাকক। তেওঁৰ মাকৰ যোধহয় ভীষণ কষ্ট হব। বৰক আমি উভটি যাওঁগৈ।"

উমৰাওজানৰ মহাৰাজৰ কথা কাণত পৰিছিল। তীৰ গতিৰে মহাৰাজৰ ওচৰলৈ দৌৰি আহিছিল। "নেহী আলিজাঁ, আপুনি আনোখীক লৈ যাওকগৈ। আপুনি নেজানে, এয়া মোৰ আনন্দৰ অশ্ৰু। মোৰ শৰীৰ একটুকুৰা আপুনি লৈ যাব ওলাইছে। কিন্তু মই জানো এই টুকুৰা আপুনি ফুলৰ দৰে নিজৰ ওচৰত ৰাখিব।"

"নহয় উমৰাওজান, আনোখীৰ কোনো তকলীফ্ নহয়। তুমি নিশ্চিন্ত মনে থাকা। আৰু যেতিয়াই তুমি চাব খোজা, মোক জনাব, আনোখীক মই তোমাৰ কাষলৈ পঠিয়াই দিম।"

"আল্লাহ্ তালাহ আপকো খুচ ৰাখে।" কৈ উমৰাওজান ভাঙি পৰিছিল আৰু যেতিয়া ৰুদ্ৰপ্ৰতাপে আনোখীক লৈ গাড়ীত উঠিছিল তেতিয়া উমৰাওজান দুৱাৰদলীতে অজ্ঞান হৈ পৰি গৈছিল।

কিন্তু দুৱাৰদলীত ওপৰত অজ্ঞান হৈ পৰি যোৱাৰ এক মিনিট আগতে উমৰাওজানে দেখিছিল এখন ৰঙা কাপোৰেৰে বন্ধা এটা বাণ্ডিল আনোখীয়ে তেওঁৰ বুকুৰ মাজত লৈ আছে। সেয়া কি? জান ওভোটাই পাওঁতে তেওঁ এইযোৰ কথা ভাবিছে আৰু দৌৰি গৈছে ঘোঁৰাগাড়ী যোৱাৰ ফালে। গাড়ী ৰখাই তেওঁ আনোখীক প্ৰশ্ন কৰিব,



কি আছে সেই ৰঙা কাপোৰেৰে বন্ধা বাণ্ডিলত। কোনে জানে তেওঁৰ লগত আৰু আনোখীৰ দেখা হ'ব নে নাই।

"কোচৱান বগ্গী ৰোখো, ফজু মিঞা বগ্গী ৰোখো। আনোখী, যৰা এক লমহে কে লিয়ে ৰুক্ যা।" চিঞৰি চিঞৰি দৌৰি ওলাই যাব খুজিছিল। কিন্তু ক'ত আঠঘোঁৰাৰ গাড়ী, ক'ত আনোখী আৰু কতেবা শিব্বো।

আঠঘোঁৰাৰ বগ্গী তেতিয়া ষ্টেচনত ফালে গৈ আছে—ঠপা ঠপ্ ঠপা ঠপ্ ঠপা ঠপ্। বগ্গীৰ পিচৰ আসনত বহি ৰুদ্ৰপ্ৰতাপে আনোখীৰ গালে-মুখে চুমাৰে ভৰাই দিছে। আনোখীয়ে নিজকে মহাৰাজৰ হাতত সম্পূৰ্ণভাবে, এৰি দিছে।

গাড়ী আহি ষ্টেচনত ৰ'লহি। দেৱান প্ৰণৱ লাহিড়ী আৰু ৰামুকাকা ষ্টেচনৰ বাহিৰত ৰৈ আছিল। ৰামুকাকাই মৃদু ভাবে হাঁহিছিল, আৰু প্ৰণৱ লাহিড়ীৰ কপালৰ ৰেখা কুঞ্চিত। দেৱান চাহেবৰ জানো একেবাৰে ভাল লগা নাছিল আনোখীক? মহাৰাজৰ বিশ্বাসী আৰু আস্থাভাজন মানুহ, কিন্তু কুটিল আৰু সন্দেহবাতিক ৰোগগ্ৰস্ত। আনোখীক কিন্তু কোনোৱে একো কোৱা নাছিল। মা'ক উমৰাওজানেও কোৱা নাছিল। শিব্বোআপাও তেওঁক কোৱা নাছিল। কিন্তু কিবা ভাবি আনোখীয়ে হঠাৎ কলা বোৰখাটো পিন্ধি ললে। ৰুদ্ৰপ্ৰতাপে মৃদুভাবে হাঁহি কলে,—"আনোখী তুম বহোৎ হচিয়াৰ হো।"

ইফালে উমৰাওজানে কান্দি কান্দি বাহিৰলৈ দৌৰি আহিব খুজিছে। আল্লাৰাখী, ফজু মিঞা আৰু বহুতে উমৰাওজানক বাধা দিবলৈ চেষ্টা কৰিছিল। সকলোৰে ব্যূহ ভেদ কৰি উমৰাওজানে ওলাই আহিব খোজতেই চিৰিৰ পৰা বাগৰি তলত পৰিলহি। উমৰাওজান পুনৰ উঠিব নোৱাৰিলে। যেতিয়া ফজুমিয়া, আল্লাৰাখী আৰু গুলবানো সকলোৱে দৌৰি আহিছে তেতিয়ালৈকে উমৰাওজান এই পৃথিবীৰ পৰা বহুদূৰলৈকে গুছি গৈছে।

আনোখী তেওঁৰ জানে-চম্মে-নূৰ ফৰিস্তা মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং, শিবেশ কোনোৱে নেজানিলে সেই কথা। ৰামুকাকা, প্ৰণৱ লাহিড়ী আৰু কোচোৱানেও নোজানিলে। লক্ষ্ণৌৰ কেশৰ বাগৰ ইতিহাসৰ আৰু এক অধ্যায় শেষ হ'ল।

আনফালে তেতিয়া লক্ষ্ণৌ ষ্টেচনত আৰু এক নাটকৰ অভিনয় হৈছিল। ৰুদ্ৰ-প্ৰতাপ সিঙে আনোখীক তেওঁৰ সুৰক্ষিত কোঠাত উঠাই দিলে। ক'লা বোৰখা খুলি বাহিৰলৈ চাওঁতেই আনোখীয়ে দেখা পালে এজোৰ নীলা চকু। তেওঁৰ কাষত দেখা পালে এক অপৰূপ ৰূপহী ফিৰিঙ্গী (ইংৰাজ) মহিলাক। কিন্তু নীলা চকুজোৰে তেওঁকেই চাই আছে। এইবাৰ দেখিলে আনোখীয়ে, সুপুৰুষ, সুন্দৰ এক ইংৰাজ যুৱকক। কিন্তু তেওঁৰ নীলা চকুৰ দৃষ্টি ভাল নেলাগিল। ভাব হৈছিল সেয়া যেন অন্ধকাৰ ৰাতি দেখা কোনো বাঘৰহে চকু।

"আই এম এমিলি জোন্স। উই উইল বী ফ্রেন্ডচ।" সেই অপৰূপ ৰূপহী মহিলাই কলে।

আনোখীয়ে ইংৰাজী নুবুজিয়ে কৈছিল, "আদাব।"

তেতিয়া বাহিৰত ৰুদ্ৰপ্ৰতাপ আৰু ইংৰাজ যুৱকজনৰ মাজত কথা হৈছিল।

"আই এম চৰী ইয়ৰ হাইনেচ। আই ডিড্ মিচবিহেভ্। প্লীজ ড়ু ফৰগিভ্ মী।"

"ইউ আৰ ফৰগিভেন্। ড়ু কাম টু গড়নৰসিংগড়। বাট্ মেক ইট চুন।"

"ডান। আই উইল কাম দিচ উইনটাৰ। এণ্ড এগেন মাই এপোলোজীচ।" এমিলি জোন্সৰ ফালে চাই নোৰেল পেট্ৰিক জোন্সে কৈছিল।

ট্ৰেনৰ হুইচেল বাজিল আৰু গাৰ্ডে তেওঁৰ সেউজীয়া পোহৰ দেখুৱালে।

"ওকে ইয়োৰ হাইনেচ, আই এণ্ড্ মাই ওৱাইফ, উইল কাম টু নৰগড়সিংগড় দিচ্ উইনটাৰ।" কৰ্ণেল জোন্সে ক'লে। কিন্তু তেতিয়াও তেওঁৰ নীলা চকু আনাখীৰ ওপৰত। আনোখীয়ে বোৰখা পিন্ধি ললে।

"বত্ কৰ্ণেল, মেক দী ডেট্ এণ্ড টাইম চাৰ্টেন। বিকজ্ আই ষ্টীক্ টু মাই টাইম।" ৰুদ্ৰপ্ৰতাপে ট্ৰেনত উঠি খিৰিকীৰে মুখ উলিয়াই ব্যঙ্গ সুৰেৰেই কথাষাৰ ক'লে।

এইবাৰ এমিলি জোন্সে ক'লে, "নো ইওৰ হাইনেচ্ উই উইল মেক ইট্।"

"গুডবাই ডেন।"

তেতিয়া ট্ৰেন চলিবলৈ আৰম্ভ কৰিছে। ৰামুকাকাই হুইস্কী, চোডা আৰু বৰফলৈ মহাৰাজৰ বগীত সোমাইছে।

"এক ড্ৰিংক লাগাও ৰামুকাকা"--ৰুদ্ৰপ্ৰতাপে আনোখীৰ হাত এখন হাতৰ মাজত থৈ কলে।

আনফালে তেতিয়ালৈকে কেশৰ বাগৰ কোঠী মাৰ্বল চিৰিৰ পৰা উমৰাওজানৰ দেহ ফজু মিয়াঁ, আল্লাৰাখী, গুলবানো আৰু বহুতে ওপৰলৈ দাঙি নিছে।

ট্ৰেনত ঠিক সেই সময়ত ৰুদ্ৰপ্ৰতাপে আনোখীক সাবট মাৰি ধৰি গালেমুখে চুমাৰে ভৰাই দিছে। সেই সময়ত আনোখীকো এক আচৰিত মোহে আছন্ন কৰি তুলিছিল। গোটেই শৰীৰ এক অদ্ভুত শিহৰণত কঁপি উঠিছে।

ফজু মিয়া আৰু বহুতেই কিছুসময় পিচত উমৰাওজানৰ নিষ্প্ৰাণ শীতল দেহ গোৰস্থানলৈ দাঙি লৈ গৈছে।

আনোখীয়ে গমেই নেপালে, তেওঁৰ মাৰ পাৰ্থিব শৰীৰ কেতিয়া কবৰৰ ভিতৰত শুৱাই দিলে। কোনো এক মৌলবী আহিছিল। তেওঁ পঢ়িছিল ফতেহা।

ট্ৰেনৰ ভিতৰত ৰুদ্ৰপ্ৰতাপে আনোখীক সাবট মাৰি ধৰি কৈছিল, "তুমিতো খুব সুন্দৰ গজল গোৱা। মোক এটা গজল শুনোৱা না।"



ট্ৰেনৰ চকাৰ অবিৰাম শব্দ, বতাহৰ সোঁ সোঁ শব্দ। সেয়া এক অদ্ভুত পৰিবেশ। তাৰ মাজতেই আনোখীয়ে গান গালে।

গজল শেষ কৰিয়েই আনোখীয়ে মহাৰাজৰ কোলাত শুই পৰিছে। ৰামুকাকাই বাৰে বাৰে আহি মহাৰাজৰ গিলাচ ভৰ্তি কৰি দিছেহি। তেও গড়নৰসিংগড় ৰাজ্যত বহুদিন জীৱন কটাইছে, গতিকে তেওঁৰ কাৰণে এইবোৰ দৃশ্য নতুন নহয়। কিন্তু আজি যেন তেওঁৰ মন অলপ বিচলিত। এক অজনা আশঙ্কাত ৰামুকাকাৰ মন কঁপি উঠিছে। মহাৰাজৰ দেউতাকৰ সময়ৰে চাকৰ তেওঁ। বহু ছোৱালী তেওঁ দেখিছে। এই ছোৱালীজনী বোধহয় ভাল, কিন্তু যেন জুইৰ স্ফুলিঙ্গহে। নহয়, নহয় তেওঁ এইবোৰ কি ভাবিছে? মহাৰাজ সুখী হলেই তেওঁ আনন্দিত। কিন্তু কৰ্ণেল জোন্স? ৰামুকাকাৰ মানুহজনক একেবাৰে ভাল লগা নাছিল। দেখিলেই ভাব হয় বদমাচ আৰু কুটিল। আৰু সেই মেমচাহেব? সেয়াও ভাল নহয়। কেনেকুৱা দেখোন চকুৰ চাৱনি। সকলো মিলি এইবোৰ যেন ৰামুকাকাৰ ভাল লগা নাছিল।

ওচৰৰ ৰাঙ্কত, দেৱান প্ৰণৱ লাহিড়ীয়েও ভাবিছিল, মহাৰাজৰ দেউতাকে বহু ছোৱালীৰ লগত ৰাতি কটাইছিল। কিন্তু এজনীকো হলে ঘৰলৈ নিয়া নাছিল। কিন্তু এয়া কি হ'ল? এই কিছুদিন মাত্ৰ হ'ল মহাৰাণী সুলক্ষণা দেৱীৰ মৃত্যু হৈছে। ল'ৰাতো থাকিল কলিকতাত। আৰু মহাৰাজ লক্ষৌৰ এগৰাকী মুচলমান নাচনীক লগত লৈ আহিছে? নহয় নহয় হিন্দু মুচলমানৰ কথা নহয়, কথা হৈছে এক তবায়েফ্ (বেশ্যা), তেও হিন্দুৱেই হওঁক বা মুচলমানেই হওঁক, গড়নৰসিংগড়লৈ মহাৰাজে লগত লৈ আহিছে। অকল সেয়াই নহয়, মহাৰাজে কৈছে আনোখী বোলে তেওঁৰ নিজস্ব প্ৰাসাদ 'সূৰ্য মহল'তেই থাকিব। এয়া জানো ভাল হব? ইংৰাজ চৰকাৰ বাহাদুৰে জানো ভাল চকুৰে চাব? এনেয়েতো চৰকাৰ বাহাদুৰ গড়নৰসিংগড় সম্বন্ধে ধাৰণা ভাল নহয়। তাৰপিচত যদি এইবোৰ জটিলতা আহে তেনেহলে বোধহয় পৰিস্থিতি ভাল নহ'ব। যদি ছোৱালী ৰাখিব লগীয়াই হয় তেনে লক্ষৌতেই দেখোন মহল পৰি আছে? তাতে থৈ দিলেই হয়। আগৰ মহাৰাজ সকলেতো তাকেই কৰিছিল। বছৰৰ প্ৰায় ছমাহ লক্ষৌ আৰু কলিকতাত আছিল। ইফালে দেৱানজী সকলেই গড়নৰসিংগড়ত ৰাজত্ব কৰিছিল। প্ৰণৱ লাহিড়ীয়ে ভাবিছিল, মহাৰাজে স্ত্ৰীৰ মৃত্যুৰ পিচত তাকেই কৰিব। আৰু ভাবিছিল তেওঁ গড়নৰসিংগড়ত মনৰ সুখত দেৱানজী হৈ ৰাজত্ব কৰিব। কিন্তু সেয়াতো নহল। প্ৰণৱ লাহিড়ী সকলো চিন্তাত জট লাগিল। নহয়, কিবা এটা কৰিবই লাগিব। কিন্তু কি কৰা যায় সুৰলৈ হলে একোকে অহা নাই। ভাবি ভাবি এটা সময়ত প্ৰণৱ লাহিড়ী শুই পৰিল।

ট্ৰেনৰ গতি বাঢ়ি গৈ আছে। এটেনডেন্টৰ বগীত শুই শিবো আগাইও তাকে

ভাবিছে। এয়া জানো ভাল হল? উমৰাওজানে এয়া কি কৰিলে? লক্ষ্নৌ এৰি জানো কোনোবা আহে? আৰু যদি যাব লগা হয় কলিকতা, আগ্ৰা, জয়পুৰ, যোধপুৰ, কিন্তু ক'ত সেই গড়নৰসিংগড়। এইবোৰ কি ভাবিছে? পিচমুহূৰ্ততে শিব্বো আপাৰ মুখত মাতৃসুলভ মমতাই খেলি যায়। উমৰাওজানৰ বেটী তেওঁ, যিজনৰেই বেটী হওঁক তেওঁতো তেওৰ, জানে-চশমেনুৰ। কিন্তু এক সন্দেহে শিব্বো আপাক সকলো সময়তে বিচলিত কৰে। প্ৰায়ে আনোখীয়ে শোৱনী কোঠাৰ দুৱাৰ বন্ধ কৰি ৰাখিছিল। আৰু ঘন্টাৰ পিচত ঘন্টা ওলাই নাহে। এদিনাখন শিব্বো আপা ৰ'ব নোৱাৰিলে। উমৰাওজান আৰু আনোখীৰ কোঠাৰ মাজত যিখন দুৱাৰ আছিল তাতে কোনো এঠাইত এটা ফুটা আছিল। যি মুহূৰ্তত আনোখীয়ে দুৱাৰ বন্ধ কৰিছে, শিব্বো আপাও গৈ ঠিক তেতিয়াই উমৰাওজানৰ কোঠাত সোমাইছিল গৈ। ফুটাৰে চাই দেখে যে আনোখীয়ে ৰঙা কাপোৰেৰে বন্ধা বাণ্ডিল এটা খুলি কাগজ উলিয়াই তাতে কিবাকিবি লিখিছে আৰু মুখেৰে ভোৰ ভোৰাই আছে। কিছুসময় লিখি আকৌ বন্ধ কৰি ইফালে সিফালে চাই চিন্দুকৰ ভিতৰত থৈ তলা বন্ধ কৰি থৈছে। কি হ'ব পাৰে সেই ৰঙা বাণ্ডিলটো? এইবোৰ ভাবি থাকোতেই চলন্ত ট্ৰেনত শিব্বোৰ টোপনি আহি গ'ল।

ৰামুকাকাৰও টোপনি আহিব ধৰিছে। কোঠাৰ ভিতৰত সোৱাৰ সাহস নাই। মহাৰাজে তেতিয়ালৈকে আনোখীৰ প্ৰায় নগ্ন দেহ নিজৰ কোলাত লৈ মদৰ নিচাত কৈছে, "আনোখী, জানেমন, আউৰ পাচ আও।"

"আলীজাঁ ম্যায় তো আপ্‌কে পাচ হী হুঁ।"

"নহী আউৰ পাচ্ আও।" মহাৰাজৰ নিচা ভৰা চকুৰ সম্মুখত আনোখীৰ বুকুখন উঠানমা কৰিছে। ৰামুকাকাই বুজিব পৰা নাছিল এনেসময়ত তেওঁৰ কি কৰা উচিত। এনে দৃশ্য তেওঁ আগতেও দেখিছে। কিন্তু সেয়াতো নিৰ্লজ্জ প্ৰদৰ্শন। এই মহাৰাজতো বিলাতৰ শিক্ষিত যুৱক। ৰামুকাকাই ভাবিবলৈ ধৰিলে কি কৰিব। সোমাব নে নাই। হঠাত তেওঁৰ কানলৈ আহিল কাপোৰ ফলা শব্দ। এই শব্দ তেওঁ আগতে কেতিয়াও শুনা নাছিল। আগতে তেওঁ শুনিছিল চাবুকৰ চপাং চপাং শব্দ আৰু নাৰীকন্ঠৰ আৰ্তনাদ আৰু কান্দোনৰ শব্দ। তেতিয়া তেওঁ দুৱাৰৰ কাষৰ পৰা আঁতৰি আহিছিল।

কিন্তু আজিতো কান্দোনৰ শব্দ নাই? আজিতো চাবুকৰ শব্দ নাই। তেওঁৰ মনত পৰিল শংকৰ মাছৰ সেই বিখ্যাত চাবুকডালটো গড়নৰসিংগড়তে আছে। কিন্তু কাপোৰ ফলাৰ শব্দ কিয়? এয়া কিয়?

বুকুত সাহস গোটাই লৈ ৰামুকাকাই দুৱাৰত শব্দ কৰি চিৰকালৰ অভ্যাস অনুযায়ী গহীন মাতেৰে সুধিলে "মহাৰাজ লাষ্ট ড্ৰিংক?"

তেওঁৰ কাণ চিৰকাল এই কথা শুনিবলৈকে অভ্যস্ত, "ইয়েচ ৰামু, ব্ৰিঙ দা ড্ৰিংক।"



সেই ভাবিয়েই দুৱাৰ ঠেলি ভিতৰলৈ সোমাই যাব খোজোতেই মহাৰাজৰ মাত শুনা গ'ল: "টু হেল উইথ্ ইউ এণ্ড ইয়োৰ লাষ্ট ড্ৰিংক ৰামুকাকা। নো মোৰ ড্ৰিংকচ্ এণ্ড লীভ আচ্ এলোন।"

আগে শুনিছোঁ—"ব্ৰিঙ দা লাষ্ট ড্ৰিংক, গেট্ আউট এণ্ড লীভ মী এলোন!" এই লীভ আচ এলোন কি? বোধহয় কিছু সলনি হৈছে জীৱনৰ ইতিহাস। হাঁহি ৰামু-কাকা আঁতৰি গ'ল, আৰু লাষ্ট ড্ৰিংক নিজেই খাই পেলালে।

ট্ৰেন তেতিয়া পূৰ্ণগতিত গৈ আছে আৰু ৰুদ্ৰপ্ৰতাপে আনোখীৰ নগ্ন দেহক খুব জোৰেৰে, আৰু জোৰেৰে সাৱটি ধৰিছে। অন্ধকাৰৰ মাজত আনোখীৰ নে ৰুদ্ৰপ্ৰতাপ কাৰ শৰীৰ ক'ত বুজিব পৰা নগৈছিল। এসময়ত দুয়োটা শৰীৰ এক হৈ গ'ল।

হঠাতে বিজুলী চমকি উঠিল। বজ্ৰপাত পৰিল। বৰষুণ আহিল। তেতিয়া ৰুদ্ৰপ্ৰতাপে আনোখীৰ শৰীৰৰ ওপৰতে শুই আছে। গড়নৰসিংগড় ষ্টেচন পাবলৈ তেতিয়া বৰ বেছি দূৰ নাছিল।

## ৫

"জয় মহাৰাজ ৰুদ্ৰপ্ৰতাপসিংজী কী জয়"—আকাশ বতাহ কঁপাই প্ৰজাবোৰে জয়ধ্বনি দিছিল যেতিয়া ট্ৰেনখন গড়নৰসিংগড়ৰ সৰু ষ্টেচনত ৰ'লহি। নিজৰ ছিন্নভিন্ন কাপোৰবোৰ দেখি আনোখীয়ে প্ৰথমে হাঁহিছিল। লগে লগে ৰাতিৰ অভিসাৰৰ সেই অন্তৰঙ্গ সাক্ষ্য চুটকেচত সুমুৱাই অন্য কাপোৰ পিন্ধি আনোখী সাজু হৈছিল। কিন্তু মহাৰাজ তেতিয়াও শুই আছে। ওচৰলৈ গৈ মহাৰাজৰ গাত হাত দি ক'লে, "মহাৰাজ উঠিয়ে, হম্‌ গড়নৰসিংগড় পহুঁচ গয়ে।" মহাৰাজৰ ফালে চাবলৈও আনোখীৰ লাজ লাগিছিল।

"বহুত্‌ জলদী আগয়া।" বুলি কৈয়ে খৰখেদাকৈ বাথৰুমত গৈ সোমাল আৰু পাঁচমিনিট পিচতেই শেৰৱাণী আৰু পাগুৰী পিন্ধি 'হিজ হাইনেচ মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং অব গড়নৰসিংগড়' হৈ ওলাই আহিল।

"বলা বেগম এইবাৰ নামিব লাগিব।" মহাৰাজে কলে। ঠিক সেই সময়তে দেৱান প্ৰণব লাহিড়ী আহি সম্মুখত উপস্থিত হ'লহি। "ইয়েচ দেওৱানজী?" মহাৰাজে নিজৰ হীৰা-মাণিক-খচিত পাগুৰী ঠিক কৰি কৰি কৈছিল, "বাহিৰত ইমান গোলমাল কিহৰ?"

'ইওৰ হাইনেচ বহুদিন পিচত উভতি অহা দেখি মহাৰাজক প্ৰজাসকলে অভ্যৰ্থনা জনাবলৈ আহিছে।" প্ৰণব লাহিড়ীয়ে আমন জিমনকৈ কলে "বেগম জানো মহাৰাজৰ লগত একেখন গাড়ীতে যাব?"



"হোৱাট ডুই ইউ মীন, বেগম মোৰ লগত যেতিয়া আহিছে, তেওঁ মোৰ লগতে একেখন গাড়ীতে যাব আৰু সূৰ্যমহলৰ খাচ মহলতেই থাকিব। ডু ইউ গেট মী?"

"ইয়েচ ইওৰ হাইনেচ। অব কোৰ্চ ইয়োৰ হাইনেচ—" প্ৰণব লাহিড়ীয়ে গালি খাই কোনোমতে নিজকে চম্ভালি ললে। তেতিয়ালৈকে বাহিৰত হুলস্থূল কাণ্ড। হাজাৰ হাজাৰ নৰনাৰী ষ্টেচনৰ প্লেটফৰ্ম আৰু বাহিৰত মহাৰাজৰ দৰ্শনৰ কাৰণে ভিৰ কৰি আছেহি। মহাৰাজ ওলাই অহাৰ লগে লগে জনতাই চিঞৰি উঠিল, "জয় মহাৰাজ ৰুদ্ৰপ্ৰতাপসিংজী কী জয়।" মহাৰাজে মৃদু হাঁহি মাৰি অভ্যৰ্থনা গ্ৰহণ কৰিলে। আকৌ জনতাই চিঞৰিছে 'জয় মহাৰাজ"—আৰু তাৰপিচতেই যেন কোনো এক যাদুমন্ত্ৰৰ জোৰত যেন হাজাৰ হাজাৰ নৰনাৰীৰ কণ্ঠ একেবাৰে স্তব্ধ হৈ গ'ল। এক মৃদু গুঞ্জন ভাহি উঠিল। তেতিয়ালৈকে আনোখী দুৱাৰমুখ পাইছেহি। মহাৰাজৰ ঘটনা কি বুজিবলৈ এক মিনিট সময়ো নালাগিল। তেওঁ খৰখেদাকৈ আগুৱাই গৈ আনোখীৰ হাতত ধৰি নমাই আনি জনতাৰ মাজেৰে আগুৱাই গ'ল। প্ৰণব লাহিড়ী প্ৰথমতে স্তম্ভিতহৈ পৰিছিল, কিন্তু পিচমুহূৰ্ততে ওচৰত থকা কেইজনমানক কিবা ইঙ্গিত দিলে। মহাৰাজৰ সেইফালে লক্ষ্য নাই। আকৌ জয়ধ্বনি হ'ল—"মহাৰাজ ৰুদ্ৰপ্ৰতাপসিংজী কী জয়।" এজনৰ পিচত এজন আহি মহাৰাজৰ ভৰিত হাত দি প্ৰণাম কৰিছে। কোনোৱে বা সাষ্টাঙ্গে প্ৰণাম কৰিছে। মুৰত কলহ লৈ ছোৱালীবোৰ আগুৱাই আহি মহাৰাজৰ ভৰিৰ ওচৰত পানী ঢালি দিলেহি। মহাৰাজৰ কোনোফালে ভ্ৰূক্ষেপ নাই। তেওঁ লাহে লাহে, কিন্তু দৃঢ় পদক্ষেপেৰে আগুৱাই গৈ কি পোনে পোনে বাহিৰত অপেক্ষমান ৰোলচ ৰয়েচ গাড়ীত বহিলগৈ।

সূৰ্যমহলৰ সম্মুখত আৰু এক অদ্ভুত দৃশ্য। ইয়াতো হাজাৰ হাজাৰ নৰনাৰী গোট খাইছেহি। মহলৰ দুৱাৰত মঙ্গল ঘট থোৱা আছে। চানাই বাজিছে। আৰু মহাৰাজ গাড়ীৰ পৰা নমাৰ লগে লগে বৰ্ষণ হৈছে অজস্ৰ ফুল। দুৰ্গৰ পৰা সোতৰটা টোপ মৰা হ'ল। মহলৰ পৰা বাজি উঠিল বিউগল্‌। গড়নৰসিংগড়ৰৰ তেজৰঙা সূৰ্য অকাঁ পতকা বতাহত উৰি আছে। সূৰ্যমহলৰ বিৰাট ফটকৰ পৰা বগা মাৰ্বলৰ চিৰিলৈ ৰঙা দলিচা পাৰি থোৱা আছে। আৰু দুয়োকাষে থিয় হৈ আছে ৰাজ্যৰ সৰ্কবৰ কৰ্মচাৰী। মহাৰাজ আগুৱাই গৈ আছে আৰু সমস্বৰে সকলোৱে চিঞৰিছে "মহাৰাজ কী জয় হো।"

এহাতেৰে আনোখীৰ হাত ধৰি মহাৰাজ চিৰিৰে ওপৰলৈ উঠি গৈ শিশুৰদৰে হাঁহি হাঁহি আনোখীক গোটেই ঘৰ দেখুৱাইছে। এয়া মোৰ দৰবাৰ হল। এয়া মোৰ প্ৰাইভেট বৈঠকখানা। এয়া মোৰ বেঙ্কেয়েট ৰুম। এয়া মোৰ বাবুৰ্চিখানা, এয়া মোৰ তোষাখানা, আৰু কিমান খানা। আনোখীয়ে চাইছে আৰু হৈছে বিস্মিত। ইমান ঐশ্বৰ্য, ইমান বৈভৱ, ইমান বিলাসিতা। ঝাড়লণ্ঠন, ৰূপৰ খোৱা-খোৱা বাচন

আৰু সোনৰ ঘড়ি। দেৱালত বিয়াবিয়াগোম গোঁফথকা মহাৰাজৰ পূৰ্বপুৰুষসকলৰ অয়েল পেইন্টিং। বন্দুক, তোলোৱাৰ আৰু কিমান কি। প্ৰত্যেক ঘৰৰ মাটিত ছয় ইঞ্চি মোটা ৰঙা গালিচা আৰু দুৱাৰ খিৰিকীত ৰঙা কিংখাব বা মখমলৰ পৰ্দা। আনোখীৰ চকু বিস্ফাৰিত হৈছিল। মহাৰাজৰ আঙুলিত চেপা দি সুধিছিল––"মহাৰাজ ইমান ৰঙা কিয়? আপোনালোকৰ বোধহয় ৰঙা ৰঙ খুব পছন্দ হয়?"

"তনেজানা আনোখী। কিন্তু বংশানুক্ৰমে চলি আহিছে এই ৰঙা ৰঙ। মই সলনি কৰিব খুজিছিলোঁ। কিন্তু ৰাজপুৰোহিত পণ্ডিত নাৰায়ণপ্ৰসাদ বাজপেই মোক মনা কৰিছিল। তেওঁ মোৰ ককাদেউতাৰ দিনৰে মানুহ, তেওঁক মই ভক্তি কৰোঁ। তেওঁক অমান্য নকৰোঁ। এই ৰঙা ৰঙ বৈ গৈছে। আমি ৰাজপুত। আমাৰ ওচৰত তেজেই সকলো। তেজৰ টানে আমাৰ আটাইতকৈ ডাঙৰ আকৰ্ষণ আৰু তেজৰ প্ৰতিশোধও আমি তেজেৰেই লওঁ। নেজানা বোধহয় ৰাজপুতৰ তলোৱাৰ যদি এবাৰ খাপৰ পৰা ওলায়, তেতিয়া তেজৰ স্পৰ্শ নোপোৱাকৈ পুনৰ খাপলৈ উভটি নাযায়।"

চিঞৰি উঠি আনোখীয়ে কৈছিল, "ইয়া আল্লাহ।" হা হা কৰি হাঁহি মহাৰাজে আনোখীৰ হাতত ধৰি হঠাতে এটা বন্ধ কোঠাৰ সম্মুখ পালেহি। কিছুসময় ইতস্ততঃ কৰি সুধিলে "বেগম, এই কোঠাটোও চাব খোজা?"

"হ্যাঁ আলীজা, মই সকলো চাব খোজো।"

মহাৰাজে দুম কৰি দুৱাৰৰ ওপৰত মাৰিলে এক গোৰ। মৰ্‌মৰ্‌ শব্দ কৰি তলা এটা ভাঙি পৰিল আৰু দুৱাৰখন খোল খাইগ'ল। আনোখীৰ কাণৰ কাষেদি এটা বাদুলী ওলাইগ'ল। ভয়তে আনোখীয়ে মহাৰাজক সাবট মাৰি ধৰিলে "ডৰো নহী আনোখী"—মহাৰাজে সাবট মাৰি ধৰি কলে।

"মগৰ্‌ মহাৰাজ, চাৰে মহলে মে ইতনা উজালা,
পৰ ইচ্‌ কম্‌ৰে মে ইতনা আন্দেৰা কিউ?" আনোখীয়ে সুধিলে,

হতাশা আৰু বেদনাৰে মহাৰাজে কলে,
"নহী আনোখী, ইচে অন্ধেৰাহী ৰহনে দো।"

"কিউ মহাৰাজ?"

"জানা আনোখী, এই কোঠালীটো মই প্ৰায় চল্লিশ বছৰ পিচত খুলিলোঁ। কোনোৱে নোখোলে এই কোঠা। কাৰো সাহস হোৱা নাই। আৰু চল্লিশ বছৰ ধৰি এই কোঠালীত কোনোদিনাখন ইয়াত পোহৰ জ্বলা নাছিল। এই কোঠালীৰ কথা আমি পাহৰি যাব খুজিছোঁ। দুঃস্বপ্নৰদৰে এই কোঠালীয়ে আমাক মনত পেলাই দিয়ে গড়নৰসিংগড়ৰ এক ৰক্তাক্ত ইতিহাসৰ কথা। একালত এই কোঠালীতে মহফিল বহিছিল। আচলতে এয়া আছিল আমাৰ আইয়াশখানা (বিলাস কক্ষ)। মহাৰাজে পুনৰ হা হা কৈ হাঁহি দিলে আৰু তাৰ পিচতেই দুহাতেৰে চাপৰি



বজালে। ক'ৰপৰা কোন এজন আহি কোঠালীৰ ভিতৰত মমবাতি জ্বলালে। আধা অন্ধকাৰ আধা পোঁহৰত কোঠালীটো উদ্ভাসিত হ'ল। কোঠালীৰ মাজত ৰবফৰ দৰে বগা গালিচাৰ মাজত এডোখৰ ঠাইত ৰঙা ৰঙ দেখা গৈছে। বহুখিনি ম্লান হৈ গৈছে তথাপিও ধৰিব পৰা যায় এসময়ত এই ৰঙে আছিল টকটকীয়া ৰঙা ৰঙ। এক অস্ফুট আৰ্তনাদ কৰি আনোখী ওলাই আহিব খুজিছিল। কিন্তু মহাৰাজৰ বাহু বন্ধনৰ মাজৰ পৰা ওলাই আহিব নোৱাৰিলে।

"ডৰো মত আনোখী, বাকি সব দেখো চফেদ হ্যায়।" মহাৰাজে লাহে লাহে আনোখীক কোঠাৰ মাজলৈ টানি আনি আনি কলে। সেই পোহৰতে আনোখীয়ে এই প্ৰথম চকু ফুৰাই কোঠাটো চাবলৈ ধৰিলে। বগা পৰ্দা আৰু দলিচা গোটেই ঘৰটোতে। টেবুল, চেয়াৰ সকলো বগা মাৰ্বলৰ। কোঠালীৰ একাষত এখন ওখ চৌকী। তাৰ ওপৰত বগা মখমলৰ ঢাকনী। আনোখীক ধৰি মহাৰাজ আগুৱাই গ'ল। চৌকীৰ ওপৰৰ পৰা ঢাকনীখন আঁতৰাই দিলে। ঢাকনীৰ তলত পৰি আছিল তবলা, বাঁয়া, চাৰেঙ্গী আৰু এজোৰ ঝুনুকা।

"এয়া কি মহাৰাজ? মইতো একো বুজিব পৰা নাই।" আনোখীয়ে ক'লে।

"মইও সকলো কথা বুজা নাই আনোখী। মই শুনিছো। কিন্তু সেই কথা শুনি তোমাৰ কি হ'ব। বলা আমি এই মন্‌হচ অপচকুন (অমঙ্গল) কোঠাৰ পৰা ওলাই যাওগৈ।"

"নহয় নহয় মহাৰাজ, বেগমক শুনিবলৈ দিয়ক। আজি যেতিয়া আপুনি এক নতুন বেগমক মহললৈ আনিছে তেওঁক আইয়াচখানাৰ সকলো কথা জানিবলৈ দিয়ক। আপোনাৰ মনো পাতল হ'ব আৰু বেগমৰ মনৰ পৰা ভয়ও নাইকীয়া হব।" অন্ধকাৰৰ মাজৰ পৰাই যেন কাৰ কন্ঠস্বৰ ভাঁহি আহিল।

মহাৰাজে আনোখীক এৰি দি চিঞৰি উঠিল, "কৌন হ্যায় ইয়ে বদ্‌তমীজ?"

"মই ৰামুকাকা মহাৰাজ।"

"ও, ৰামুকাকা।" মহাৰাজৰ দম্ভ যেন এক নিমিষতে কৰ্পূৰৰ দৰে উৰি গ'ল। বহুদিনৰ পুৰণি ভৃত্য ৰামুকাকা। তেওঁতো সকলো কথা জানে। ৰামুকাকাৰ মুখেৰেইতো তেওঁ সকলো কথা শুনিছিল। ৰামুকাকাই জানিছিল ঠাকুৰ্দা গঙ্গাদীনৰ পৰা।

"ৰামুকাকা তুমিয়ে কোৱা বেগমক।"

"বেটী, তুমি শুনিবা?"

"ও, ৰামুকাকা কোৱা, আমি সকলো শুনিম।" আনোখীৰ বহুখিনি ভয় ক্ৰমাগত নাইকীয়া হৈছিল।

ৰামুকাকাই আৰম্ভ কৰিলে, "আজিৰ এই আইয়াচখানাই আছিল তেতিয়াৰ দিনৰ

মহফিল। মোক কৈছিল মোৰ কাকা গঙ্গাদীন তেৱাৰীয়ে। মহাৰাজৰ এক পূৰ্বপুৰুষে কাশীৰ পৰা এজনী নাচনীক লৈ আহিছিল। তেওঁৰ নাম আছিল ফুলবাঈ। অপৰূপ সুন্দৰী আছিল তেওঁ। যিদিনাখন প্ৰথম মহফিল বহে সেইদিনাখন বহুতোৰ অতিথি আহিছিল। তাৰ ভিতৰত আছিল এক ফিৰিঙ্গী পলিটিকেল এজেন্ট। সেইদিনাখন সূৰ্যমহলত মদৰ নৈ বৈ গৈছিল। মাজনিশা মহাৰাজৰ লগত সেই পলিটিকেল এজেন্টৰ লগত কাজিয়া লাগিল। মদৰ নিচাত চাহেব ফুলবাঈৰ ওপৰত জপিয়াই পৰিছিল, আৰু দেৱালত থকা তলোৱাৰ টানি উলিয়াই মহাৰাজ তেওঁৰ ফালে খেদি গ'ল। কিন্তু তাৰ আগতেই চাহেবৰ পিস্তলৰ পৰা গুলি ওলাল আৰু লগে লগে মহাৰাজ বগা কাৰ্পেটৰ ওপৰত বাগৰি পৰিল। অৱশ্যে চাহেবে মহলৰ পৰা উভতি যাব নোৱাৰিলে। তেওঁৰ দেহ নদীৰ পাৰত পুতি পেলোৱা হৈছিল। যি ঠাইত মহাৰাজৰ বুকুৰ তেজ ওলাই পৰিছিল সেই ঠাইডোখৰে ৰঙা হৈ পৰিছিল। মহাৰাজৰ খোলা তলোৱাৰ খোলাই থাকিল। এয়াতো ৰাজপুতৰ ভীষণ অভিশাপ। তেতিয়াৰ মহাৰাজকুমাৰে সেই দিনাখনেই এই কোঠা বন্ধ কৰি দি হুকুম দিছিল, যিমান দিন তেওঁৰ দেউতাকৰ মৃত্যুৰ প্ৰতিশোধ লোৱা নহয়, সিমানদিন সেই খোলা তলোৱাৰ যেন তলঘৰত মখমলৰ কাপোৰেৰে মেৰাই থোৱা থাকে। আৰু সেই দিনাখনৰ পৰাই সূৰ্যমহল ৰঙা পৰ্দা, ৰঙা দলিচা আদিৰে ভৰি গ'ল। এই কোঠাৰ বাহিৰে কোনো কোঠাতে বগা ৰঙা দেখা নাপায়।"

"কিন্তু সেই তলোৱাৰ? সেয়া জানো এতিয়াও থোৱা আছে?" আনোখীয়ে ভয়ত শিয়ৰি উঠি প্ৰশ্ন কৰে।

"ও, বেটী। সেইখন এতিয়াও মখমলৰ কাপোৰেৰে মেৰুৱাই থোৱা আছে। মহাৰাজৰ শোৱনী কোঠাৰ তলত যি তলঘৰ, সেই তলঘৰৰ আলমাৰীৰ ভিতৰত।"

তবলা, বাঁয়া, চাৰেঙ্গী আকৌ বগা কাপোৰেৰে ঢাকি দি ৰুদ্ৰপ্ৰতাপে মম্‌বাতি নুমুৱাই দি ক'লে, "ৰামুকাকা আপ্‌ যাও।" তাৰপিচত আনোখীৰ হাতত ধৰি ওলাই একে গোৰে আইয়াচাখানাৰ দুৱাৰ বন্ধ কৰি ফুচ্‌ফুচাই আনোখীৰ কাণে কাণে কলে, "আনোখী, ৰাত বহোত হো চুকী, অব্‌ চলো চো যায়য়ে।" মোহাবিষ্টৰ দৰে আনোখীয়ে কলে, "চলিয়ে মহাৰাজ।" তাৰপিচত কিমান বাৰান্দা, কিমান গলিপথ, কিমান যে অলিন্দ তেওঁ পাৰ হৈ আহিছে আনোখীৰ সেয়া মনত নাই। এখন দুৱাৰৰ সমুখত মহাৰাজ আকৌ থমকি ৰ'ল। আকৌ গোৰ মাৰিছে আৰু লগে লগে দুৱাৰ খোল খাই গৈছে। আনোখীৰ চকুত পোহৰে ছাট মাৰি ধৰিলে। পোহৰ পোহৰ মাথো পোহৰেৰে। কোঠাটো ভৰপুৰ। কোঠালীৰ মাটিত মোটা কাৰ্পেট। দুৱাৰ খিৰিকীত পৰ্দা। কিন্তু সকলো বৰফৰ দৰে বগা। আনোখী থমকি ৰৈ গৈছিল। ৰামুকাকাইতো কৈছিল আইয়াচাখানাৰ বাহিৰে আৰু কতো বগা ৰঙ নাই। তেনেহলে এয়া কি? আনোখীৰ



মুখৰ পৰা কব নোৱাৰাকৈ নিজৰ অজানিতে ওলাই আহিছিল, "মহাৰাজ ইয়ে চফেদী কিউ, লাল ৰং কহা গয়া?"

"আনোখী মুঝে অভী লাল ৰং নহী চাহিয়ে। ময়নে কাল হুকুম দিয়া থা কি মেৰে কমৰে কে সব ৰং চফেদ হো যায়য়ে—চির্ফ-তুম্‌হাৰে লিয়ে।" ৰুদ্ৰপ্ৰতাপ সিঙে মৃদু হাঁহি মাৰি কলে।

"অকল মোৰ কাৰণে মহাৰাজ?"

"ও, অকল তোমাৰ কাৰণে আনোখী।" বুলি কৈয়ে মহাৰাজে আনোখীক পেলাই দিছিল সেই বৰফৰ দৰে বগা বিছনাৰ ওপৰত আৰু পিচমুহূৰ্ততে তেওঁ আনোখীৰ ওপৰত জপিয়াই পৰিছিল।

মৃদু হাঁহি মাৰি আনোখীয়ে কৈছিল, "মহাৰাজ, আজি আপুনি মোৰ লিবাচ্‌ (পিন্ধা কাপোৰ) ফালিব নালাগে।" কৈয়ে আনোখীয়ে তেওঁৰ সমস্ত কাপোৰ মুহূৰ্ততে খুলি পেলাইছিল। তাৰপিচত তেওঁৰ কোনো কথা মনত নাই। ৰাতিপুৱা সাৰ পাই দেখে যে, কাষত ৰুদ্ৰপ্ৰতাপ সিঙ নাই। আনোখী আকৌ শুইছিল আৰু শুই শুই বহু ৰঙীন সপোন সেই ৰাতিপুৱা দেখিছিল। ৰাতিপুৱাৰ সপোন হেনো ফলিয়ায়।

কিন্তু মহাৰাজ ৰুদ্ৰপ্ৰতাপৰ মন সেইদিনাখন ৰাতিপুৱা বিচলিত হৈ উঠিছিল। ব্ৰেক-ফাষ্ট খোৱাৰ সময়ত ৰামুকাকাই খবৰ দিছিল যে খুব জৰুৰী কামত দেৱান প্ৰণব লাহিড়ীয়ে তেওঁৰ লগত দেখা কৰিব খোজে। কি থাকিব পাৰে ইমান জৰুৰী কাম? মহাৰাজ চিন্তিত হল, কিন্তু পিচমুহূৰ্ততে ৰামুকাকাক মাতিলে—"ৰামুকাকা দেৱানজীক মাতি আনা।"

"ইয়েচ ইওৰ হাইনেচ", প্ৰণব লাহিড়ী সোমাই আহি কলে।

"মোৰ লগত বোলে আপোনাৰ কিবা জৰুৰী কথা আছে দেৱানজী?" টোপ্টত কামোৰ মাৰি মহাৰাজ সুধিলে।

"হয় মহাৰাজ, খুব জৰুৰী কথা আছে।"

"কওঁক।"

"মই যি কম, সেৱা আপোনাৰ আৰু মোৰ মাজত সীমিত থকা দৰকাৰ। আপোনাৰ হয়তো সকলো কথা শুনিবলৈ ভাল নেলাগিব। কিন্তু মই ক'বই লাগিব। বহুত নিমখ আপোনাৰ খাইছো। আপোনাক এৰি থৈ যোৱাৰ আগতে মই আপোনাক সকলো কথা ক'ব খুজিছো।" ক'ৰপৰা যে ইমান কথা কোৱাৰ সাহস প্ৰণব লাহিড়ীয়ে পালে সেয়া তেওঁ নিজেই বুজিব নোৱাৰিলে। ৰামুকাকা নিঃশব্দে ওলাই গ'ল।

"আপুনি মোক এৰি যাব খোজে দেৱানজী?" মহাৰাজৰ চকুৱে মুখে আচৰিত হোৱাৰ ভাব দেখা গ'ল।

"হয় মহাৰাজ, মই যামগৈ। মই আৰু ইয়াত থাকিব নোৱাৰো।"

"কিয় দেৱানজী?" গম্ভীৰ মাতেৰে মহাৰাজে সুধিলে।

"আপুনি শুনিব বিচাৰে মহাৰাজ?"

"ইয়েচ কওঁক, আপুনি।"

তেতিয়া বাথৰুমৰ পৰা আনোখী ওলাই আহিছে মাত্ৰ। দেৱানজী আৰু মহাৰাজৰ কিছু কিছু কথা তেওঁৰ কাণলৈ ভাঁহি আহিছে। আৰু যেতিয়া আনোখী ব্ৰেকফাষ্ট টেবুল, আৰু বৈঠকখানাৰ মাজৰ জাল দিয়া মাৰ্বলৰ পৰ্দাৰ কাষত ঠিয় হৈছেহি তেতিয়া দেৱানজীৰ কথাৰ সোঁত ভাঁহি আহিছে।

"এয়া আপুনি কি কৰিলে মহাৰাজ?"

"কি কৰিছোঁ মই দেৱানজী? মইতো ইয়াত কেইমাহমান নাছিলোৱেই। যি কৰিবৰ সেয়াতো আপোনালোকেই কৰিছে। মই কি কৰিছোঁ?" মহাৰাজে গম্ভীৰ মাতেৰে কলে।

"ইওৰ হাইনেচ, হাৰ হাইনেচ মহাৰাণী চাহেবাৰ মৃত্যুৰ কিমান দিনেই বা হ'ল আৰু ইয়াৰ ভিতৰতেই আপুনি এয়া কি কৰিলে?"

"মই কি কৰিছোঁ, সেই কথা কওঁক দেৱানজী। ডোণ্ট বীট্ এবাউট দী বুচ।" টেবুলত সজোৰে আঘাত কৰি চিঞৰি উঠিল মহাৰাজ।

"মহাৰাণী চাহেবাক সকলোৱে দেৱীৰ দৰে ভক্তি কৰিছিল। আপোনাৰ প্ৰজাবোৰে আজিও তেওঁক ভক্তি কৰে। কিন্তু তেওঁৰ মৃত্যুৰ কিছুদিনৰ পিচতেই আপুনি তেওঁক পাহৰি গ'ল?"

"দেৱানজী, মহাৰাণী চাহেবা অকল দেৱীয়েই আছিল। মোৰ ওচৰত তেওঁৰ স্ত্ৰী হিচাবে কি মূল্যই বা আছিল? তেওঁ তেওঁৰ পূজা-অৰ্চনা আৰু আচাৰ-বিচাৰ লৈয়ে আছিল। কি আছিল মোৰ জীৱনত তেওঁৰ স্থান? বা তেওঁৰ জীৱনত, মোৰ?"

"কিন্তু মহাৰাজ, তেওঁ আপোনাক দিছিল এক সন্তান। গড়নৰসিংগড় ৰাজ্যৰ উত্তৰাধিকাৰী। দ্য ফিউচাৰ মহাৰাজ।"

"সেয়া আছিল এক মিচ্‌টেক। এটা ভুল।"

"কাৰ ভুল মহাৰাজ?"

"মহাৰাণী চাহেবাৰ। এদিনাখন ৰাতি ভুল কৰি তেওঁৰ হঠাতে মোৰ কথা মনত পৰিছিল। সেই ৰাতিয়েই তেওঁ ভুল কৰিছিল। সেই ভুলৰ ফলেই হ'ল এই পুত্ৰ। দেৱানজী আপুনি সকলো কথা নেজানে।"

"জানোঁ মহাৰাজ।"

"কওঁক আপুনি, কেতিয়া তেওঁ মোৰ শোৱনী কোঠালৈ আহিছিল? ৰাতি দুটাৰ পিছত, নহয় জানো? তেতিয়া মই মদৰ নিচাত বিভোৰ। আৰু যদি সেয়া নহল-হেঁতেন তেতিয়া জানো মই তেওঁৰ কাৰণে ৰাতি দুটালৈ সাৰ পাই থাকিলোহেঁতেন?"

"মহাৰাজ আপুনি ঠিকেই কৈছে।"

"তেনেহলে কিয় আপোনালোকে মোক দোষ দিছে?" হঠাৎ মহাৰাজ যেন জ্বলি উঠিল। ডাইনিং হলৰ পূবফালে থকা খিৰিকীখন খুলি দি কলে,—"সেয়া মহাৰাণী চাহেবাৰ দুৰ্গাদেৱীৰ মন্দিৰ। সেই মন্দিৰেই মোৰ চেক্স-লাইফৰ প্ৰধান বাধা। আপুনি মোক এৰি যাব খুজিছে, যাওঁক। কিন্তু এয়া জানি যাওঁক, মই হুকুম দিছোঁ যে কালিলৈ ৰাতিপুৱা উঠি যেন সেই মন্দিৰ নেদেখোঁ।"

"এয়া আপুনি কি কৰিছে মহাৰাজ? এই মন্দিৰ আপোনাৰ পূৰ্বপুৰুষসকলৰ সজোৱা। এয়া ভাঙি পেলালে প্ৰজাসকলে কি ভাবিব?"

"দেৱানজী মোৰ বুকুখনেই ভাঙি গৈছে। সেয়াতো শিলৰ মন্দিৰ। আপুনি অলপ আগতে কৈছিল নহয় 'আপোনাৰ পৰা আমি এয়া আশা কৰা নাছিলো'? কিয় দেৱানজী কিয়? কওঁক কি আশা কৰিছিল আপোনালোকে মোৰ পৰা?"

"সকলোৱে কৈছে শেষত মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙে এগৰাকী নাচনীক—এক তবায়েফ্‌ক (বেশ্যা) নিজৰ খাচ মহললৈ লৈ আহিল? গড়নৰসিংগড়ৰ ইতিহাসত আজিলৈ এয়া হোৱা নাছিল। যি সকল আহিছিল তেওঁলোক পিচদুৱাৰেদি আইয়াচাখানালৈ আহিছিল, আৰু ৰাতিপুৱাৰ আগতেই সেই ফালেদি ওলাই গৈছিল। কোনোৱে গমকে পোৱা নাছিল। যেতিয়া মেহফিল বহিছিল, সেয়াও আইয়াচখানাত। কিন্তু আপুনি সকলোৰে সম্মুখেদি এওঁক ৰাণীচাহেবাৰ খাচ মহললৈ লৈ আহিল? প্ৰজাসকলে কি ভাবিব?"

"প্ৰজাই একোকে ভবা নাই দেৱানজী, আপোনালোকে তেওঁলোকক ভবাই তুলিছে। তেওঁলোকৰ এইবোৰ ভাবিবৰ সময় ক'ত? তেওঁলোকে ভাবে চাউল, দাইল, তেল, নিমখৰ কথা। মই যেতিয়া ইয়াত নাছিলো এইবোৰ হয়তো আপোনালোকে তেওঁ-লোকক দিব পৰা নাছিল। সেই কাৰণে তেওঁলোকে ভাবিছে মহাৰাজৰ বিলাসিতাৰ কথা। নহয় জানো দেৱানজী?"

"মহাৰাজ গুস্তাফী মাফ্ হো। আপুনি আজি যি কৰিছে সেয়া আপোনাৰ পূৰ্ব-পুৰুষসকলে কৰা নাছিল। আৰু আপোনাৰ বংশধৰসকলেও হয়তো সেয়া নকৰে।"

প্ৰণৱ লাহিড়ীয়ে খণ্ড কৰিয়ে মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙক কথাষাৰ কৈছিল। তেওঁ ভাবিছিল, মহাৰাজে হয়তো ইয়াৰ পিচত একো কথাই নকব। প্ৰণৱ লাহিড়ীয়ে ভুল কৰিছিল। তেওঁ মহাৰাজৰ দোষ ধৰিব খুজিছিল, কিন্তু নিজৰ দোষ আৰু ভুলৰ কথা ভবা নাছিল। মহাৰাজৰ ৰাজপুত তেজ মুহূৰ্ততে খেলি গ'ল।

"চে ইট এগেইন দেৱানজী।" চিঞৰি উঠিছিল মহাৰাজে। 'মই আনোখীক নিজৰ শয়নকক্ষলৈ আনি ভুল কৰিছিলো? আপুনি জানো তাকে কব খুজিছে দেৱানজী?'

"ইয়েচ ইয়োৰ হাইনেচ। এক তৰায়েফ, মহাৰাণী চাহেবাৰ শয়নকক্ষত তেওঁবেই পালেঙত শুব, এয়া মই সহ্য নকৰো, আৰু প্ৰজাসকলেও সহ্য নকৰে। আপুনি মোক গালি-শপনি পাৰিব পাৰক—বাট্ হোৱাট আই এম টেলিং ইউ ইজ দি বেটাৰ ট্ৰুথ।"

ব্ৰেকফাষ্ট টেবুলৰ পৰা মহাৰাজ ঠিয় হল। "আপুনি যাব খোজে, নহয়? ডেট অলচো ইজ এ ট্ৰুথ, ইজ নট ইট্? এণ্ড ফৰ গডচ্ চেক্ গো।" কৈয়ে মহাৰাজে দেৱান প্ৰণৱ লাহিড়ীক গোৰ মাৰিলে। মাৰ্বল ব্ৰেকফাষ্ট টেবুল ভাঙি চুৰমাৰ হৈ গ'ল। প্ৰণৱ লাহিড়ীয়ে বাৰে বাৰে উঠিবলৈ চেষ্টা কৰিছে, কিন্তু মহাৰাজে বাৰে বাৰে তেওঁক গোৰ মাৰিব ধৰিছে। আৰু পাগলৰ দৰে চিঞৰিব ধৰিছে—"চে ইট্ এগেন দেৱানজী, চে ইট্ এগেন।"

"মহাৰাজ, মই আকৌ ক'ম—এক বেশ্যাক আপুনি মহাৰাণী চাহেবাৰ শয়ন কক্ষলৈ লৈ আহিছে। এয়া আপুনি ভাল কৰা নাই। আজিলৈ মহাৰাণীৰ বিচনাত কোনো তৰায়েফ শোৱা নাই। মহাৰাজ মই আকৌ কওঁ আপোনাৰ আনোখীক আপুনি ওভটাই পঠিয়াই দিয়ক। মহাৰাণীৰ বিচনাত তেওঁক শুবলৈ নিদিব মহাৰাজ। গজব্ হৈ যাব। মই হয়তো আঁতৰি যামগৈ, কিন্তু প্ৰজাবোৰে কি কব?"

"চাট্ আপ ইউ বাষ্টাৰ্ড।" আকৌ এবাৰ মহাৰাজে গোৰ মাৰিলে আৰু দেৱানজী ছিটিকি মহলৰ চিৰিৰে তলত বাগৰি পৰিল। তেওঁৰ চকুৰে মুখে তেজ।

সূৰ্য-মহলৰ মাৰ্বলৰ চিৰিৰে বাগৰি পৰি প্ৰণৱ লাহিড়ীয়ে যন্ত্ৰণাত কান্দি কান্দি কৈছিল—'মহাৰাজ আপুনি ভীষণ ভুল কৰিছে।"

ৰুদ্ৰপ্ৰতাপে আৰু গোৰ মাৰিবলৈ দৌৰি গৈছিল কিন্তু তেতিয়ালৈকে প্ৰণৱ লাহিড়ী তেজেৰে লুতুৰি-পুতুৰি এক মাংস স্তুপত পৰিণত হৈছে।

এক মিনিটৰ কাৰণে ৰুদ্ৰপ্ৰতাপ বৈ গ'ল। মনৰ কোণত এক দুৰ্বলতা জাগি উঠিল। দেৱানজীৰ তেজেৰে লুতুৰি-পুতুৰি দেহটো কোলাত লৈ কলে, "দেৱানজী, মহাৰাণীৰ শোৱনী কোঠাত এতিয়া ৰঙা ৰঙ নাই। মই সকলো ৰঙ সলনি কৰি দিছোঁ। মোৰ পৃথিৱীৰ ৰঙে যে সলনি হৈ গৈছে দেৱানজী। দ্য কলৰ অব্ মাই লাইফ হেজ চেঞ্জড।" কথা কৈ থাকোতেই মহাৰাজৰ চকু পানী দেৱানজীৰ ৰক্তাক্ত বিকৃত মুখৰ ওপৰত পৰিলহি।

সূৰ্য মহলত এয়া কিন্তু প্ৰথম মৃত্যু নহয়। বহু মৃত্যুয়েই ৰামুকাকাই দেখিছে। কোঠাৰ পৰা ওলাই গলেও তেওঁ মহাৰাজৰ ওপৰত চকু ৰাখিছিল। যেতিয়া মহাৰাজ লাহে লাহে চিৰিৰে উঠি ডাইনিং হললৈ উভটি আহিছে তেতিয়া ৰামুকাকা দৌৰি গৈ বলিষ্ঠ হাতেৰে দেৱানজীৰ স্পন্দনহীন দেহ তুলি লৈছে। তাৰপিচত কেইঘন্টামানৰ কাৰণে ৰামুকাকাক কোনোৱে সূৰ্যমহলত দেখা নাছিল। কোনোৱে গমকে নাপালে



গড়নৰসিংগড়ৰ দেৱান প্ৰণৱ লাহিড়ী কলৈ গ'ল। সকলোৱে গম পালে যে দেৱানজীয়ে চাকৰী এৰি দি দেশলৈ গুচি গৈছে।

জাল দিয়া মাৰ্বলৰ পৰ্দাৰ একাষত ঠিয় দি আনোখীয়ে সকলো শুনিছিল আৰু দেখিছিল। তেওঁতো ৰাতিপুৱা ভাল ভাল সপোন দেখিছিল? কিন্তু এয়া হ'ল কি?'

# ৬

তেতিয়া পোহৰি পোহৰি হৈছে মাত্ৰ। মাজ ৰাতি ববষুণ দিছিল। আনোখীৰ হঠাতে টোপনি ভাঙি গ'ল। ক'ৰবাত যেন এটা শব্দ শুনিছে—ঠুক্ ঠুক্ ঠুক্। কিবা ভাঙি পৰাৰ শব্দ হ'ল। আনোখী বিচনাৰ পৰা উঠিল। কি ভাবি বিচনাৰ কাষত হাত বুলাই চালে। নাই, মহাৰাজ নাই। তেওঁৰ ৰাতিপুৱাৰ সকলো কথা মনত পৰিল।

লাহে লাহে মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং চিৰিৰে ওপৰলৈ উঠি আহি তোচকখানাৰ ফালে গ'ল। যেতিয়া উভটি আহিছে তেওঁৰ হাতত এটা বিৰাট তলা আৰু একোচা চাবি। মহাৰাজৰ কোনোফালে লক্ষ্য নাই। পোনে পোনে আইয়াচখানাৰ ফালে গ'ল, আৰু বিৰাট তলাটো দুৱাৰত লগাই দিলে। তাৰপিচত কিবা ভাবি মহলৰ পিচত গৈ ঠিয় হল। কিছুসময় চুইমিং পুলৰ ওচৰত ঠিয় হল। আকৌ কিবা ভাবি চুইমিং পুলত চাবিকোচা দলিয়াই দিলে।

আনোখীয়ে কিবা ভবাৰ আগতেই মহাৰাজ দপদপাই ওলাই গৈ আস্তাবলৰ পৰা তেওঁৰ প্ৰিয় ঘোঁৰা বৈশাখীৰ ওপৰত উঠি বহিল। আনোখীয়ে কেবল শুনিবলৈ পালে ঘোঁৰাঁৰ খোৰৰ শব্দ—ঠপা ঠপ্ ঠপা ঠপ্ ঠপা ঠপ্...

যেতিয়া মহাৰাজ উভতি আহিছে তেতিয়া বোধহয় ৰাতি বাৰটা। মহাৰাজৰ চেহেৰা দেখি আনোখীয়ে ভয় খালে। মহাৰাজৰ চকু দুটা ৰঙা। নিচাত তেওঁ মচগুল। ৰামুকাকাই তেওঁক ধৰি লৈ আহিছে। শুৱনী কোঠাৰ ওচৰ পাওঁতেই মহাৰাজে জোটাই জোটাই ক'লে, "ৰামুকাকা মুঝে তহ্খানে (তলঘৰ) মে লে চলো।"

"জী মহাৰাজ"—ৰামুকাকাই মহাৰাজক লাহে লাহে তলঘৰলৈ চিৰিয়েদি নমাই লৈ গৈ আছে। কিছুসময় পিচত মহাৰাজ যেতিয়া তলঘৰৰ পৰা শোৱণী কোঠালৈ উভতি আহিছিল, তেতিয়া আনোখী ভয়ত কঁপিছে। মহাৰাজৰ চকু আৰু ৰঙা হৈ পৰিছে আৰু হাতত মখমল কাপোৰেৰে জেৰুৱাই থোৱা সেই তলোৱাৰখন।

মহাৰাজে হঠাতে মখমলৰ কাপোৰখন এৰুৱাই পেলালে। আনোখী ভয়ত চিঞৰি উঠিল। ৰামুকাকা কেতিয়া আতৰি গৈছে তেওঁ কব নোৱাৰে। পোহঁৰ পৰি তলোৱাৰখন চিক্‌মিকাই উঠিছে। বহুদিন আগৰ সেই ৰাতি তেজৰ সোৱাদ পোৱা ৰাজপুতৰ এই তলোৱাৰ। কিন্তু ৰাজপুতৰ প্ৰতিশোধৰ সাক্ষী হিচাবে তলোৱাৰখন তেতিয়াও চিকমিকাই আছিল। চলং পলং কৈ আহি মহাৰাজে তলোৱাৰখন বিচনাৰ কাষত থৈ দিলে।

"আলীজাঁ, ইয়ে আপ ক্যায়া কৰ ৰহে" ভয়ত আনোখীয়ে সুধিলে।

আনোখীক গাত ধৰি মহাৰাজে ক'লে, "আনোখী, তুম তো মেৰে শৰীকে-জিন্দেগী হো না?"

"জী আলীজাঁ।" কঁপি কঁপি আনোখীয়ে কলে।

"তুম মুঝে কভি ছোড়কে তো নহী জাওগী না?"

"আল্লাহ্ কচম আলীজাঁ, আপ ক্যায় ফৰমা ৰহেঁ হ্যায়?"

পিচমুহূৰ্ততেই আনোখীক সাবট মাৰি ধৰি মহাৰাজ ৰুদ্ৰপ্ৰতাপে হুকহুকাই কান্দি পেলালে। সেয়া এক আচৰিত দৃশ্য। দুয়োজনেই কান্দিছে। দূৰৈৰ পৰা ৰামুকাকাই দেখিছে আৰু সেই দৃশ্য দেখি হাতযোৰ কৰি, কেৱল মনে মনে কৈছে, "দুৰ্গামাই তুমি এওঁলোকক ৰক্ষা কৰা।"

ৰাতিপুৱাৰ আগতেই আনোখীৰ টোপনি ভাঙি গৈছিল। কৰবাত যেন শব্দ হৈছে। কিবা ভাঙি পৰাৰ শব্দ হ'ল। আনোখী বিচনাৰ পৰা জাপ মাৰি উঠিল। মহাৰাজ বিচনাত নাই। ৰাতিৰ কথা মনত পৰি গ'ল বিচনাৰ কাষত তলোৱাৰখন দেখা পাই। যেন এক দুঃস্বপ্ন।

বিৰাট জোৰে এটা শব্দ হল। আনোখীৰ ভাব হল যেন এখন পাহাৰহে ভাঙি পৰিছে। দুয়োখন কাণত দুহাতেৰে চেপা মাৰি ধৰি আনোখী চিঞৰি উঠিল "শিব্বোআপা, ইয়ে চব ক্যায়া হো ৰহা হ্যায়? ইয়ে আৱাজ কহা চে আ ৰহী হ্যায়?"

শিব্বোই দৌৰী আহি আনোখীৰ কাণে কাণে ক'লে, "গজব হো গয়া আনোখী বেটী, মহাৰাজ মন্দিৰ তুড়ওয়া ৰহে হ্যায়।"

আনোখীয়ে খিৰিকীখন খুলি দিলে। তেতিয়াও বেলি উঠা নাই। ৰাতিপুৱাবলৈ

এতিয়াও বাকী। খিৰিকীয়েদি আনোখীয়ে দেখিলে হাতুৰী, কোৰ আদিৰ তাণ্ডৱ নৃত্যৰ সেই ভয়াবহ দৃশ্য। পিচমুহূৰ্ততে আনোখী চমকি উঠিল। এক প্ৰচণ্ড বিস্ফোৰণৰ লগে লগে মন্দিৰ যেন নিমিষৰ ভিতৰতে খহি পৰিল। অলপ সময়ৰ ভিতৰতে মন্দিৰ এক ধ্বংস স্তূপত পৰিণত হল। সেই ভগ্ন স্তূপৰ অনতিদূৰৈত তেওঁ দেখা পালে ৰোলচ ৰয়েচ গাড়ীখন। গাড়ীৰ বনেটৰ ওপৰত বহি আছে মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং। মুখত জ্বলন্ত চিগাৰেট। অলপ দূৰৈত হাতযোৰ কৰি ৰামুকাকা বহি আছে। কিন্তু তেওঁৰ মুখত ভয়, বেদনা, ভক্তি বিস্ময়ৰ এক আচৰিত ছায়া।

হঠাতে আনোখী আঠুকাঢ়ি বহিল। দুহাতযোৰ কৰি অস্ফুট মাতেৰে কলে, "পৰবৰ দীগাৰ, তুমতো বহুত ৰহমদিল্ হোনা? উন্হে মাফ্ কৰ দেনা মেৰে ইলাহী" (ভগবান তুমিতো দয়ালু। তেওঁক ক্ষমা কৰা)।

আনোখী আকৌ খিৰিকীৰ ওচৰলৈ আহিল। যিমান দূৰ দৃষ্টি যায় বাহিৰলৈ চালে। তেতিয়া ৰাতিপুৱাৰ ৰাঙলী সুৰুয ওলাইছে। যি ঠাইত দুৰ্গাদেৱীৰ মন্দিৰ আছিল সেয়া হৈছে সমতল ভূমি। কিছুমান গৰুগাড়ী আৰু গাধৰ পিঠিত মন্দিৰৰ ধ্বংসাৱশেষ আঁতৰাই লৈ গৈছে। কলৈ লৈ গৈছে কোনোৱে নেজানে। তাৰপিচতেই আনোখীৰ চকুত পৰিল এক অবৰ্ণনীয় দৃশ্য। হঠাতে কাড়ৰ দৰে দৌৰি আহি ৰামুকাকা বাগৰি পৰিছেহি যি ঠাইত অলপ সময় আগতে দুৰ্গাদেৱীৰ মন্দিৰ আছিল। জ্বলন্ত চিগাৰেট মহাৰাজে দলিয়াই দি ৰামুকাকাক কোলাত তুলি গাৰীৰ ছিটত শুৱাই দি গাড়ী ষ্টাৰ্ট দিলে।

আনোখী তেতিয়াও খিৰিকীৰ সম্মুখত থিয় হৈ আছে। হঠাৎ তেওঁ শুনিলে সূৰ্যমহলৰ বিৰাট লোৰ দুৱাৰখন খোলাৰ শব্দ আৰু লগে লগে মহাৰাজৰ ৰোলচ ৰয়েচ গাড়ী প্ৰাসাদৰ ভিতৰলৈ সোমাই আহিল।

তেতিয়ালৈ ৰাতিপুৱাইছে আৰু সূৰ্যৰ কিৰণ পুঞ্জীভূত মেঘৰ মাজেদি মাজে মাজে আনোখীৰ বৰফৰ দৰে বগা বিচনাৰ ওপৰত পৰিছেহি। আনোখী বাথৰুমত সোমাল। যেতিয়া তেওঁ বাথৰুমৰ পৰা ওলাই আহিছে তেতিয়া মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং তেওঁৰ কোঠাৰ ভিতৰত। মুখত স্নিগ্ধ হাঁহি। একেবাৰে অন্য মানুহ।

"আলীজাঁ আপ নাস্তা নহী কৰেঙ্গে?" আনোখীয়ে একো নভবাকৈ কলে।

"হাঁ জৰুৰ নাস্তা কৰুঙ্গা বেগম। মগৰ নস্তা নহী—কোৱা, ব্ৰেকফাষ্ট।"

"আচ্ছা মহাৰাজ—আপ ব্ৰেকফাষ্ট কৰেঙ্গে?" আনোখীয়ে কলে।

হোঁ হোঁ কৈ হাঁহি ৰুদ্ৰপ্ৰতাপ সিঙে আনোখীক সাবট মাৰি ধৰি কলে, "শৰীকে জিন্দগী—আনোখী বেগম, মেৰে ব্ৰেকফাষ্ট তো তুম্হী হো। ময় তো ব্ৰেকফাষ্ট মে গোস্ত খাতা হুঁ। আউৰ ইচ্‌মে আচ্ছা গোস্ত কাঁহা মিলেগা?" কৈয়ে মহাৰাজে



আনোখীৰ কাপোৰবোৰ ফালি ছিন্ন ভিন্ন কৰি তেওঁৰ ওপৰত জপিয়াই পৰিছে। এনে প্ৰাতঃআহাৰ আনোখীয়ে জীৱনত কেতিয়াও খোৱা নাছিল।

"মহাৰাজ আপুনি যদি সদায়ে এনে নাস্তা বিচাৰে—মই দিম। কিন্তু আলীজাঁ এয়া আপুনি কি কৰিলে?" আনোখীয়ে ফলা কাপোৰবোৰ তুলি থাকোতে মৃদুমাতেৰে সুধিলে।

"বেগম, দেৱানজীয়েও এই প্ৰশ্ন কৰিছিল আৰু তুমিও সেই প্ৰশ্নকে মোক কৰিছা। মই কি কৰিলো? গড়নৰসিংগড়ৰ কোনো মহাৰাজে আজিলৈ কোনো জবাবদিহি কৰা নাই। তুমি জানো মোৰ পৰা উত্তৰ বিচৰা? মই জীৱনত কাকো উত্তৰ দিয়া নাই। কিন্তু তোমাক দিম। কিন্তু এটা কথা মনত ৰাখিব লাগিব, যি কথা তোমাৰ মোৰ মাজত হব সেই কথা যেন বাহিৰত কোনোৱে নাজানে।"

"আলীজাঁ, কোনোৱে নাজানে। মেৰী মা কি কচম্।"

আনোখীয়ে উমৰাওজানৰ কচম খালে। তেতিয়া উমৰাওজান কবৰৰ তলত নিশ্চিন্তমনে শুই আছে। আনোখীয়ে নতুনকৈ কাপোৰ পিন্ধিবলৈ সোমাই গ'ল। কিছু সময় পিচত যেতিয়া উভতি আহিছে তেতিয়াও মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং বিচনাত—শ্ৰান্ত, ক্লান্ত আৰু সমগ্ৰ মুখমণ্ডলত মুখত ৰাতি উজাগৰে থকাৰ নিদ্ৰাবিহীন কালিমা।

সাহস গোটাই লৈ আনোখীয়ে আকৌ প্ৰশ্ন কৰিলে, 'আপনে ইয়ে ক্যায়া কিয়া?"

খিলখিলাই মহাৰাজে হাঁহিলে। ক'লে "এটা শেৰ শুনিবা আনোখী?"

"আপুনি মোৰ প্ৰশ্নৰ উত্তৰ এতিয়াও নিদিলে। আপনে ইয়ে মন্দিৰ কিউ তুড়ও্ৱা? জবাব দিজিয়ে মহাৰাজ।"

"বেগম, গড়নৰসিংগড়ৰ বহুতো মন্দিৰ, মচজিদ, গীৰ্জাঘৰ আছে। সকলো মোৰ পূৰ্বসকলৰ দ্বাৰা সজোৱা। তেওঁলোক হয়তো সকলো প্ৰাতঃস্মৰণীয় ব্যক্তি। তেওঁলোকৰ দেব-দেৱীত ভক্তি আছিল। তেওঁলোকে গোটেই ৰাতি মদ খাই বাঈজীক লৈ স্ফূৰ্তি কৰে। সন্ধ্যাবেলা যেতিয়া মন্দিৰত ঘন্টা ধ্বনি হয় তেতিয়া আমাৰ আইয়াচখানাত ঝুনুকাৰ ঝন্ ঝন্ ঝন্ আৰু তবলাৰ ঠন্ ঠন্ ঠন্ শব্দ শুনা যায়। আৰু শুনিবলৈ পোৱা গৈছিল আমাৰ পূৰ্বপুৰুষসকলৰ বিবাহিত স্ত্ৰীসকলৰ অন্দৰমহলত কন্দাৰ শব্দ। দুপৰীয়া বাৰবজাৰ সময়ত ভোগ দিয়া সময়। সময় কিন্তু পূৰ্বপুৰুষসকলৰ ৰাতি নিচা খাই আতোৰোঁৱা সময়ৰ স'তে মিলাই স্থিৰ কৰা হৈছিল। আমাৰ পূৰ্বপুৰুষসকলে ৰঙা পটবস্ত্ৰ পিন্ধি কপালত ৰক্তচন্দনৰ তিলক লৈ সোণৰ থালত ভোগ সজাই ৰোলচ ৰয়েচ গাড়ীত উঠি কেইটিমান মুহূৰ্তৰ কাৰণে মন্দিৰলৈ আহিছিল। তেতিয়া হাজাৰ হাজাৰ ভক্ত প্ৰজা মন্দিৰ প্ৰাঙ্গনত থিয় হৈ থাকিছিল। মহাৰাজ আহিলেই চিঞৰি উঠিছিল "জয় মহাৰাজ গড়নৰসিংগড়কী জয়।" কোনোৱে কিন্তু দুৰ্গাদেৱীৰ জয়ধ্বনি দিয়া নাছিল। কেইমুহূৰ্তমান পিচত ওলাই আহে আমাৰ মহাৰাজসকল

মানে আমাৰ পূৰ্বপুৰুষসকল। গাড়ীত বহি পোনে পোনে আইয়াচখানালৈ—বিয়াৰ আৰু জিনৰ লগত ঝুনুকা বাজি উঠিছিল—ভগবান্ মদ, আৰু নাচনীৰ ভৰিৰ ছন্দ একীভূত হৈ গৈছিল।

ইমান সময় কথা কৈ মহাৰাজ ভাগৰি পৰিল। হঠাৎ হাততালি দিলে, আৰু ৰামুকাকা মুহূৰ্ততে ভিতৰলৈ সোমাই আহিল।

"ৰামুকাকা সময় ক্যায়া হুৱা?"

"মহাৰাজ বাৰহ বাজনেৱালা হ্যায়।"

"ৰামুকাকা তব তো দেবী কা ভোগ কা সময় হো গয়া হ্যায় না? বিয়াৰ লাও।"

ৰামুকাকা আৰু আনোখী একেলগে চমকি উঠিছিল, "মহাৰাজ।"

"বেগম, ৰামুকাকা, তোমালোকে ইমান ভয় কিয় খাইছা? মইতো আইয়াচখানাৰ দুৱাৰ বন্ধ কৰি দিছোঁ। চাবি আৰু কোনোৱে বিচাৰি নেপায়। ময়ো নেপাও। কোনো ফুলবাঈ আৰু ইয়ালৈ নাহে। ঝুনুকা আৰু তবলাৰ শব্দ আকৌ কোনোৱে শুনিবলৈ নেপায়। আৰু শুনিবলৈ নেপায় অন্দৰ মহলৰ সেই কান্দোন। যদি কেতিয়াবা ঝুনুকাৰ আৰু তবলাৰ শব্দ শুনা যায় সেয়া শুনিবলৈ পোৱা যাব মোৰ শোৱনী কোঠাত। সূৰ্যমহললৈ পুনৰ আন কোনো ছোৱালী নাহে। মাত্ৰ থাকিব এগৰাকী ছোৱালী, তেওঁ হল আনোখী বেগম। তেওঁৰ ঝুনুকাৰ আৰু তবলাৰ শব্দ শুনিব মাত্ৰ মই, ৰামুকাকা, চাৰেঙ্গিয়া আৰু তবলচীয়ে।"

কিন্তু আনোখী? তেওঁ তেতিয়া স্থানুৰ দৰে মনে মনে বহি আছে। তেওঁৰ চেহেৰাত কোনো পৰিবৰ্তন নাই। তেওঁ এক দৃষ্টিৰে মহাৰাজৰ ফালে চাই আছে। হঠাতে তেওঁৰ দুচকুৰেদি পানী বৈ আহিল। বিয়াৰৰ গিলাচ দলিয়াই দি ৰুদ্ৰপ্ৰতাপে কলে, "আনোখী অব্ ভী তুম খুচ নহী হো?"

আনোখীৰ দুচকুৰ পৰা পানী ওলাই আহিল আৰু খুব মৃদু ভাবে কন্দা মাতেৰে কলে, "মহাৰাজ ম্যয়নে চব শুন লিয়া। লেকিন আপনে অভিতক মেৰে চওৱাল কা জবাব নহী দিয়া।"

"তো ফিৰ সুনো আনোখী।" মহাৰাজে ইঙ্গিত দিয়াত ৰামুকাকা নিঃশব্দে কোঠাৰ পৰা ওলাই গ'ল।

"মই কিমানদিনেই বা গড়নৰসিংগড়ৰ আছিলোঁ। সৰুতেই তো মোক ইয়াৰ পৰা আঁতৰাই ৰাখিছিল। কলিকতাৰ ঘৰত নাৰ্চ আৰু গৰ্ভনেচৰ তত্ত্বাৱধানত মই মানুহ হৈছোঁ। তাৰ পিচত মোক বিলাতলৈ পঠিয়াইছিল। মাজে মাজে যেতিয়া বন্ধত ঘৰলৈ আহিছিলো, তেতিয়া কুমাৰ চাহেব হিচাবে বহুত আদৰ যত্ন পাইছিলো। দুপৰীয়া সেই ভোগ দিয়াৰ অনুষ্ঠানো মই বহু দেখিছিলোঁ। ৰাতিৰ পিচত ৰাতি মই দেউতাক দেখা নাছিলো, কিন্তু মাৰ কান্দোন হলে মই শুনিছিলোঁ। সকলোৰে



অগোচৰত ৰামুকাকাৰ লগত মই কিমান মন্দিৰলৈ গৈছিলোঁ। দুহাত যোৰ কৰি ভগবানক প্ৰাৰ্থনা কৰিছিলো, "ভগবান মোৰ দেউতাক মোৰ ওচৰলৈ ওভটাই দিয়া আৰু দেউতাক মাৰ ওচৰলৈ আনি দিয়া।" কোনো ভগবানে মোৰ প্ৰাৰ্থনা শুনা নাছিল। দুৰ্গাদেবীয়েও শুনা নাছিল। যেতিয়া মই বিলাতৰ পৰা উভটি আহিছিলো তেতিয়া মোৰ দেউতাও নাই আৰু মাও নাই। বহু ধুমধামেৰে এদিনাখন মোৰ মানে যুবক মহাৰাজৰ অভিষেক হল। মই হলো হিজ হাইনেচ মহাৰাজাধিৰাজ অব গড়নৰসিংগড়। সকলো সলনি হৈছে। মোৰ দেউতাৰ সময়ৰ কৰ্মচাৰী আৰু আমোলাসকল সৰ্বেসৰ্বা। তেতিয়া মন্দিৰত ৰাবৰজাৰ সময়ত ভোগ নহয়। মোৰ দেউতাৰ মৃত্যু হৈছিল এক দুৰাৰোগ্য বেমাৰত। মানুহে কয় চিফিলিচ। কিন্তু ৰেকৰ্ডত আছিল 'হাৰ্টএটেক'। মোৰ মাই আত্মহত্যা কৰিছিল, কিন্তু চৰকাৰী ৰেকৰ্ডত আছে—"ডাইড ইন স্লীপ, ডিউ টু কেন্সাৰ অব দি ব্ৰেষ্ট।" সেইবোৰ কথা থাওঁক। মই আহি দেখিলোঁ, গড়নৰসিংগড়ত বহুতো নতুন নতুন দেৱতা ওলাইছে। প্ৰণব লাহিড়ী, মকবুল হুচেন, ৰামানন্দ তেৱাৰী আৰু বহুতো মানুহ তেতিয়া গড়নৰসিংগড়ৰ ভাগ্যবিধাতা হৈছে। এওঁলোক সকলোৱে এসময়ত মোৰ দেউতাৰ ভৰিত পৰি আছিল। সেই কাৰণেতে কৈছিলো, আনোখী, এটা শেৰ শুনিবা? আৰু তুমিতো ভাবিলা মই মজা কৰিছো বুলি।"

আনোখী তেতিয়া বিস্ময়, হতাশা, আশঙ্কা আৰু ভয়ত আতঙ্কিত। "মহাৰাজ আপুনি কওঁক, মই শুনিম।"

মহাৰাজে আকৌ হাততালি দিলে। পুনৰ ৰামুকাকা আহি বিয়াৰৰ গিলাচ ভতি কৰি দিছেহি। মহাৰাজ ৰুদ্ৰপ্ৰতাপৰ তেতিয়ালৈকে প্ৰায় নিচা লাগিছে। নিচাৰ মাজতেই কলে—

"ম্যয়নে জিন পথেৰোঁ কো আপন হাথো চে তৰাচা থা ৱহী আজ বুতখানে মে ভগবান বনে বৈঠে হ্যায়।"

(যি শিল মই নিজ হাতেৰে বুটলিছোঁ সেই শিলেই আজি মন্দিৰৰ ভগবানৰ বেদীত বহিছে)।

আনোখীৰ মুখৰ পৰা কোনো কথাই নোলাল। ৰামুকাকাই দুৱাৰত শব্দ কৰিলেহি। "মহাৰাজ, ৰাজ পুৰোহিত পণ্ডিত নাৰায়ণপ্ৰসাদজী বাজপেয়ী জী আয়ে হ্যাঁয়। আপচে মিলনা চাহতে হ্যাঁয়।"

ৰামুকাকা কাল চুবহ উনকো বলাও। "বাহিৰলৈ গৈ ৰামুকাকাই পণ্ডিতজীৰ লগত কথা পাতি ৰামুকাকা পুনৰ ভিতৰলৈ আহি কলে, 'মহাৰাজ পণ্ডিতজী কাল চুবহই আয়েঙ্গে।"

আনোখীৰ বুকুখন আকৌ এবাৰ কঁপি উঠিল। কালিলৈ ৰাতিপুৱা বা আকৌ কি

হয়? ৰাজপুৰোহিত কিয়বা আহিছে? তেওঁৰো জানো সেই একে কথা যি কথা প্ৰণব লাহিড়ীয়ে কৈছিল?

পিচদিনাখন ৰাতিপুৱা পণ্ডিত নাৰায়ণপ্ৰসাদ ৰাজপেয়ী আহিছিল। বৃদ্ধ সৌম্য চেহেৰা। দেখিলেই ভক্তি হয়। পণ্ডিতজী সোমাই আহোতেই মহাৰাজ আগুৱাই গৈ ভৰিত ধৰি কলে, "প্ৰণাম পণ্ডিতজী"। খৰম পিন্ধা ভৰি দুখন সশব্দে পিছুৱাই নৈ কলে 'খুচৰহো"।

"পণ্ডিতজী, মই জানো ইমান বেয়া হৈ গৈছো যে আজি আপুনি মোৰ প্ৰণামো ন'ব খোজা নাই? আপুনিয়েতো এদিনাখন মোক কোলাত লৈ কৈছিল এদিনাখন মই সূৰ্যমহলৰ সূৰ্য হম? এতিয়া জানো সেই সূৰ্যক ৰাহুই গ্ৰাস কৰিছে?" মহাৰাজৰ ডিণ্ডিত বেদনাৰ সুৰ।

"সেই সূৰ্য ডুব গৈছে মহাৰাজ। আৰু যদি সঁচা কথা শুনিবলৈ খোজা তেনেহলে কওঁ। যি মহাৰাজকুমাৰক, মই ভাবিছিলো এদিনাখন সূৰ্যমহলৰ সূৰ্য হব, সেই মহাৰাজ আজি মোৰ ওচৰত মৃত।" পণ্ডিত নাৰায়ণপ্ৰসাদ ৰাজপেয়ীয়ে দুখেৰে কথাষাৰ কৈছিল।

"পণ্ডিতজী আপোনাক মই শ্ৰদ্ধা কৰোঁ, সেই কাৰণে আপোনাৰ সম্মুখত মই ডাঙৰ মাতেৰে কথা নকওঁ। কিন্তু এটা কথা হলে সুধিম?"

"কোৱা, তুমি কি জানিব খোজা?"

"সকলোৱে মোক প্ৰশ্ন কৰিছে এয়া মই কৰিছোঁ। মই আপোনাৰ পৰা জানিব খোজো, মই এনে কি গৰ্হিত কাম কৰিছো যে আপুনি, দেৱানজী আৰু প্ৰজাসকল মোৰ ওপৰত ৰাতিৰ ভিতৰতেই খঙ কৰিব লগীয়া হল?"

"মই প্ৰজাসকলৰ কথা নেজনো। দেৱানজীৰ কথাও নোজনোঁ। শুনিছোঁ তেওঁ বোলে গুচি গৈছে। মই মাত্ৰ নিজৰেই কথা কব পাৰিম। শুনিবা সেই কথা?"

"আপোনাৰ কথা মই মনে মনে শুনিম। কওঁক আপোনাৰ কথা।"

"তুমি গড়নৰসিংগড়ৰ অধিষ্ঠাত্ৰী দুৰ্গাদেৱীৰ মন্দিৰ কিয় ভাঙি পেলাইছা? তাৰ উত্তৰ জানো তোমাৰ হাতত আছে?"

"হয় আছে। কিন্তু তাৰ আগতে আপোনাক কথা এটা কওঁ। এই কথা মোৰ আনোখী বেগমেও সুধিছিল।"

"এই নাম তুমি মোৰ সম্মুখত নলবা মহাৰাজ।"

"কিয় পণ্ডিতজী, এটা নাম শুনিলেই আপোনাৰ ধৰ্ম নষ্ট হৈ যাব নেকি?"

"ধৰ্মৰ তুমি কি জানা যে ধৰ্মৰ কথা তুমি কৈছা? সূৰ্যমহলৰ ভিতৰৰ পূন্যস্নাতা, প্ৰাতঃস্মৰণীয়া মহাৰাণী চাহেবাৰ আত্মাক তুমি দুখী কৰিছা। আৰু তেওঁৰ অন্দৰ মহলক তুমি কৰিছা কলঙ্কিত, অপবিত্ৰ এই পাপীষ্ঠাক আনি।"



"পণ্ডিতজী মই আপোনাক আগতেই কৈছো যে আপোনাক মই ভক্তি কৰোঁ, শ্ৰদ্ধা কৰোঁ, সেই কাৰণে আপোনাক মই ডাঙৰ মাতেৰে কথা নকওঁ। কিন্তু আপুনি মোৰ একান্ত নিজস্ব কথালৈ, আৰু আপুনি যিজনক নেজানে তেওঁৰ সম্বন্ধে ইতৰ ইঙ্গিত কৰিলে মই সহ্য নকৰোঁ।"

"কি কৰিবা তুমি।"

"মই নেজানো মই কৰিম। কিন্তু পৃথিৱীৰ সকলো মানুহেও আহি যদি মোক কয় মোৰ আনোখীক এৰি দিব লাগিব—মই সেয়া নোৱাৰিম পণ্ডিতজী। যি সকলে, আনোখী বা মোৰ জীৱন যাত্ৰাৰ ধাৰাক সহ্য কৰিব নোৱাৰে—তেওঁলোকক মই কম মোৰ ওচৰৰ পৰা আঁতৰি যাবলৈ।"

"তাৰ ভিতৰত তুমি মোকো ধৰিছাতো? তেনেহলে মই যাব লাগিব, তোমাক আৰু গড়নৰসিংগড় এৰি।"

"আপুনি গুচি যাব পণ্ডিতজী? মইতো আপোনাক যাবলৈ কোৱা নাই।"

"তুমি কোৱা নাই ঠিকেই। কিন্তু মোৰ সম্মুখত যে অন্য পথ নাই।"

"কিন্তু এটা ফুলৰ দৰে নিস্পাপ ছোৱালী আনোখী, তেওঁ কি দোষ কৰিলে?"

"তেওঁতো দোষ কৰা নাই। তেওঁ মোৰ নাতিনী ছোৱালীৰ দৰে। তেওঁ হয়তো খুব ভাল ছোৱালী। তেওঁতকৈ হয়তো বহু বেয়া ছোৱালী গড়নৰসিংগড়লৈ আহিছিল।"

"তেনেহলে পণ্ডিতজী?"

"তুমি পাহৰি গৈছা তুমি এই ৰাজ্যৰ ৰজা। তোমাৰ বহু দায়িত্ব আৰু কৰ্তব্য আছে। তুমি পাহৰি নাযাবা তোমাৰ এক সন্তান আছে যি এই ৰাজ্যৰ উত্তৰাধিকাৰী।"

"সেয়া এক ভুলৰ ফল পণ্ডিতজী।"

"সেই ভুল তুমি শুধৰাব খোজা আৰু এটা ভুল কৰি? তুমি যদি আনোখীক বিয়া কৰাই মহললৈ আনিলাহেতেন তেতিয়া মোৰ অভিযোগ কৰাৰ থল নেথাকিলহেঁতেন। ৰজামহাৰাজসকলে বহুবাৰ বিবাহ কৰে।"

"বিয়া জীৱনত মই আৰু নকৰোঁ পণ্ডিতজী। এক বিবাহৰ অভিজ্ঞতাই মোৰ জীৱনত দুঃস্বপ্নৰ দৰে হৈ আছে।"

"ইয়াৰ পৰিণতি তুমি ভাবি চাইছা? যদি আনোখীৰ সন্তান হয়। তেনেহলে কি হব? তেওঁ তোমাৰ বিবাহিত স্ত্ৰী নহয়, তেওঁৰ যদি সন্তান হয় তেনেহলে কুমাৰ আদিত্যনাৰায়ণ, যিজনক তুমি তোমাৰ বিবাহিত জীৱনৰ ভুল বুলি কৈছা আৰু আনোখীৰ সন্তানৰ মাজত কেনে সম্পৰ্ক হব? অবিবাহিত কোনো স্ত্ৰীৰ সন্তানক ইংৰাজ চৰকাৰে মান্য নকৰে। তুমি আদিত্যনাৰায়ণক তোমাৰ বিবাহিত জীৱনৰ ভুল বুলি ভাবি কোনোদিনাখনে তেওঁক ভাল পোৱা নাছিল কিন্তু তেওঁ নিজৰ দাবী কিয় এৰি দিব? তেতিয়া আদিত্যনাৰায়ণ আৰু আনোখীৰ সন্তানৰ মাজত যি

কাজিয়া আৰম্ভ হব, যি মোকৰ্দমা হব সেইবোৰ কথা যদি প্ৰজাসকলৰ মাজত বিয়পে সেই কথা জানো তুমি কেতিয়াবা ভাবি চাইছা ?”

“আনোখীৰ কোনো সন্তান নহয় পণ্ডিতজী। মই পুনৰ কোনো ভুল নকৰোঁ।”

হোঁ হোঁকৈ পণ্ডিত নাৰায়ণপ্ৰসাদ বাজপেয়ীয়ে হাঁহি দিলে। “থাওঁক সেইবোৰ কথা মহাৰাজ। সেই দিনবোৰ চোৱাৰ কাৰণে মই গড়নৰসিংগড়ত নেথাকো। তুমি মন্দিৰ ভাঙি পেলাইছা। মোৰ কামো শেষ। মই কালিলৈ গুচি যামগৈ।”

“পণ্ডিতজী, আপুনি সকলো জানে। দুৰ্গাদেবীৰ মন্দিৰ আমাৰ পূৰ্বপুৰুষসকলৰ নিজস্ব মন্দিৰ আছিল। কিমান ভক্তি, কিমান শ্ৰদ্ধা তেওঁলোকে দুৰ্গাদেবীক কৰিছিল ––সেয়া আপুনিও জানে আৰু মইও জানো। এই মন্দিৰ মোৰ কাৰণে এক বিভীষিকা আছিল। মই মন্দিৰ ভাঙি পেলাইছো ঠিকেই কিন্তু আপুনি বোধহয় নাজানে চহৰৰ মাজত নতুন মন্দিৰ সাজিবলৈ মই আদেশ দিছো? এসপ্তাহমানৰ ভিতৰতে সেই মন্দিৰ হৈ উঠিব। আপোনাৰ দেৱীৰ মূৰ্তি খুব সযত্নেৰে থৈ দিছোঁ। প্ৰতিষ্ঠা হব নতুন মন্দিৰত। আৰু সেই মন্দিৰ গড়নৰসিংগড়ৰ জনসাধাৰণৰ কাৰণে হব।”

“কিন্তু মই সেই মন্দিৰৰ পুৰোহিত হৈ নাথাকো।” কৈ পণ্ডিত নাৰায়ণপ্ৰসাদ বাজপেয়ী দপ্‌দপ্‌কৈ ওলাই গ’ল।

পণ্ডিতজী যোৱাৰ ফালে মহাৰাজে চাই থাকিল। কাণত পৰিল কেৱল তেওঁৰ খৰমৰ শব্দ।

আনোখী বেগমে সকলো কথা শুনিছে আৰু কান্দোনত ভাঙি পৰিছে। শিব্বো আপা ওচৰলৈ আহি কাণে কাণে কৈছে, “বেটী লক্ষ্ণৌ ৱাপচ চলো। ইহাঁ কঁহা হম আ গয়ে ?”

“হাঁ শিব্বোআপা। হমে জানা চাহিয়ে ৱাপচ্। পৰ উন্‌কা ক্যায়া হোগা ? ইতনি মোহবত, ইতনি হামদৰ্দী কঁহা মিলেগা আপা ?”

মহাৰাজৰ মাত শুনা গ’ল, “আনোখী ম্যায় আ ৰহা হুঁ।” শিব্বোআপা আঁতৰি গ’ল। মহাৰাজ সোমাই আহিল। তেওঁৰ যেন একোৱে হোৱা নাই। সেই কালিৰ পৰা যে ধুমুহা বৈ গৈছে তাৰ কোনো চিহ্নই তেওঁৰ শৰীৰত নাই। আনোখীক সাবট মাৰি ধৰি কলে, “জানে-মন, এক উম্‌দা গজল শুনাও। তুম গাও আউৰ ম্যায় চো যাউ। আজ মুঝে বহোত নীদ আ ৰহী হ্যায়।”

আনোখী তেতিয়া কান্দিছে। এই মানুহজনক লৈ তেওঁ কি কৰিব ? “গাও আনোখী গাও” ––মহাৰাজে মিনতি কৰিলে। আনোখীয়ে স্পষ্ট ভাবে দেখিলে মহাৰাজৰ দুচকুত চিক্‌চিকাই পানী গোট মাৰিছেহি। মহাৰাজক সাবট মাৰি ধৰি হাঁহি কান্দোনৰ স্বৰেৰে তেওঁ গান গাবলৈ ধৰিলে।

সেয়া এক মৰ্মান্তিক দৃশ্য। মহাৰাজৰ মূৰ আনোখীৰ কোলাত। আনোখীয়ে



কান্দিছে আৰু গজলৰ পিচত গজল গাই গৈ আছে। শুৱনী কোঠাৰ দুৱাৰ বন্ধ। বাহিৰত ৰামুকাকাই শিলামূৰ্তিৰ দৰে ঠিয়হৈ থাকি নীৰৱে চকুৰ পানী পেলাইছে।

কেতিয়া ৰাতিপুৱাৰ পৰা দুপৰীয়া হৈছে আৰু দুপৰীয়াৰ পৰা সন্ধ্যা হৈছে সেয়া গমকে নাপালে। সূৰ্যমহলত সঙ্গীত একো নতুন কথা নহয়। চিৰকাল বংশানুক্ৰমে ইয়াত সঙ্গীত সভা বহিছে কিন্তু ৰামুকাকাই কেতিয়াও তেওঁৰ জীৱনত এনেকুৱা বেদনাময় সঙ্গীত শুনা নাছিল।

চহৰৰ ঠিক মাজত থকা ঘন্টাঘৰৰ পৰা ৰাতি দহবজাৰ সঙ্কেত শুনা গ’ল। আৰু ঠিক সেই সময়তে ৰাতিৰ নিঃস্তব্ধতাৰ মাজত চহৰৰ প্ৰাচীৰৰ কাষৰ পৰা ঘোঁৰাৰ দ্ৰুত ভৰিৰ শব্দ শুনা গ’ল।

“ইমান ৰাতি ঘোঁৰাৰ শব্দ ক’ৰপৰা আহিছে ৰামুকাকা ?” মহাৰাজে সুধিলে।

“মই এতিয়াই চাই আহোঁগে মহাৰাজ” ৰামুকাকা দৌৰী বাহিৰলৈ ওলাই গ’ল। কিন্তু ৰামুকাকা বেছিদূৰ যাব লগীয়ানহ’ল। সূৰ্যমহলৰ মুখ্য ফটকত ঘন্টাধ্বনি হৈছে। এই ঘন্টাধ্বনি সকলো সময়তে নহয়। কোনো জৰুৰী কাম থাকিলে এই ঘন্টা বাজে। মহাৰাজ চমকি উঠিল। তেওঁৰ কপালৰ চিন্তাৰ ৰেখা কোঁচ খালে। দীৰ্ঘ পদক্ষেপেৰে তেওঁ বৈঠকখানালৈ বুলি ওলাই আহিল। মাজপথতে ৰামুকাকাৰ লগত দেখা হল। ৰামুকাকাৰ হাতত চীলমোহৰ কৰা লেফেফা। এনে বহু লেফেফা ৰামুকাকাই দেখা পাইছে। সকলো অশুভ সূচনাৰ প্ৰতীক। ৰামুকাকাৰ হাত কঁপিছে।

মহাৰাজে হোঁ হোঁ কৈ হাঁহি দিলে। ৰামুকাকাৰ হাতৰ পৰা লেফাফাটো লৈ ফালি এখন সৰু চিঠি উলিয়ালে। চিঠিৰ ওপৰত মহামান্য ইংৰাজ চৰকাৰৰ সেই অতি-পুৰাতন কিন্তু চিৰনতুন ক্ৰাউনৰ ( ৰাজমুকুট ) চীল। লেখা আছে অলপ কথা। চিঠি আহিছে লক্ষ্ণৌৰ ব্ৰিটিচ ৰেচিডেন্টৰ পৰা। তেওঁৰ হুকুমত পলিটিকেল এজেন্ট কৰ্ণেল নোৱেল পেট্ৰিক জোন্স তেওঁৰ স্ত্ৰীক লগত লৈ তিনিমাহৰ ভিতৰত আহিব। মেজিষ্ট্ৰি গভৰ্ণমেন্টৰ প্ৰতিনিধি হিচাবে তেওঁৰ যেন পুৰামাত্ৰাই খাতিৰ হয়। মহাৰাজে ভুৰু কোঁচখুৱালে। জোন্সৰ দেখোন শীতৰ সময়তহে অহাৰ কথাহে আছিল !

## ৭

প্রথমতে মহাৰাজ ৰুদ্ৰপ্ৰতাপ কিছুপৰিমাণে নাৰ্ভাচ হৈ গৈছিল। তিনিমাহ বৰ বেছি সময় নহয়। এই তিনি মাহৰ ভিতৰত তেওঁ কেনেকৈ সকলো বন্দবস্ত কৰিব? আৰু পলিটিকেল এজেন্টৰ প্ৰথম ভিজিটটো এক এলাহী কাণ্ড। ইফালে তেওঁৰ দেৱান নাই। কেনেকৈ সকলো হব? দেৱানৰ কথা মনত পৰোতেই তেওঁৰ প্ৰণব লাহিড়ীৰ কথা মনত পৰি গ'ল। "ব্লাডি বাষ্টাৰ্ড" বুলি কৈ মহাৰাজ থমকি ৰল। অলপ দুখো হল, কিন্তু কেইমুহূৰ্তমানৰ কাৰণেহে। তাৰ পিচতেই ভাবিব ধৰিলে এই তিনি মাহৰ ভিতৰত কেনেকৈ সকলো আয়োজন হব? বহু বস্তু যোগাৰ কৰিব লাগিব আৰু তাৰ কাৰণে চাৰিওফালে মানুহ পঠিয়াব লাগিব। মদৰ চাপ্লাই আহিব কলিকতাৰ টমচন্ কোম্পানীৰ পৰা। বাঈজী আৰু বাজনাৱালা আহিব লক্ষ্ণৌ, জয়পুৰ আৰু আগ্ৰাৰ পৰা। তেওঁৰ ৰাজ্যত পলিটিকেল এজেন্টৰ প্ৰথম 'ভিজিট', গতিকে ওচৰ-পাজৰৰ ৰাজ্যৰ ৰজাসকলোকো নিমন্ত্ৰণ জনাব লাগিব। তেওঁলোকৰ লগত আকৌ আহিব বহু এলেকৰ পেলেক। তেওঁলোক সকলোৰে থকা, খোৱা, সুখ-সুবিধাৰ ব্যৱস্থা, সেয়াতো সাধাৰণ কথা নহয়।

প্ৰথমতে লাগে এজন নতুন দেৱান। কিন্তু কত পাব এনে এজন নতুন দেৱান যিজন হব কৰ্মী, বিশ্বাসী, আৰু প্ৰভুভক্ত আৰু যিজনৰ থাকিব প্ৰচুৰ অভিজ্ঞতা। একোকে ঠিক কৰিব নোৱাৰি এদিনাখন ৰুদ্ৰপ্ৰতাপ নিজে তেওঁৰ ৰোলচ ৰয়েচ গাড়ীত গ'ল তেওঁৰ প্ৰতিবেশী মহাৰাজ মৌৰাণীপুৰৰ ওচৰলৈ। প্ৰবীণ বিচক্ষণ মৌৰাণীপুৰৰ



মহাৰাজে যেন হাততে স্বৰ্গ চুকি পালে। কলে, "আপুনি আমাৰ দেৱানজীক লৈ যাওঁক। তেওঁৰ দৰে সুদক্ষ দেৱান আপুনি আন এজন নাপায়।"

"তেনেহলে আপুনি তেওঁক এৰি দিয়ে কিয়?"

মৌৰাণীপুৰৰ নৰেশকুমাৰ চমশেৰ সিঙে মহাৰাজৰ কাণে কাণে কলে, "মোৰ দেৱান অযোধ্যাপ্ৰসাদ খুব ভাল মানুহ। অকল ভাল মানুহে নহয়, ভীষণ হুচিয়াৰ আৰু কৰ্মপটু। কিন্তু কথা কি জানে মহাৰাজ, তেওঁক মোৰ মহাৰাণীয়ে একেবাৰে দেখিব নোৱাৰে। আৰু আজি কেইমাহমানৰ পৰা ক্ৰমাগত অযোধ্যাপ্ৰসাদক খেদিবলৈ কৈছে। কিন্তু মানুহজনক যাব দিবলৈ মোৰ একেবাৰে ইচ্ছা নাই। তেওঁ যথেষ্ট সেৱা মোক কৰিছে। অন্ততঃ এটা চাকৰী যোগাৰ কৰি নিদিয়াকৈ তেওঁক কেনেকৈ এৰি দিও? নেজানো কিয় মহাৰাণী চাহেবা তেওঁৰ ওপৰত ইমান নাৰাজ।"

মনে মনে হাঁহিলে ৰুদ্ৰপ্ৰতাপে। বহু কথাই তেওঁ জানে। মৌৰাণীপুৰৰ মহাৰাজৰ তৃতীয় স্ত্ৰী মহাৰাণী শৰ্মিষ্ঠা দেবীৰ বয়স মহাৰাজৰ বয়সতকৈও আধা। আৰু সুপুৰুষ দেৱান অযোধ্যাপ্ৰসাদ সম্বন্ধে তেওঁৰ দুৰ্বলতাৰ কথা তেওঁৰ কাণলৈ আহিছে। মানুহ-জনৰ চৰিত্ৰ সম্বন্ধে তাৰিফ কৰিব লাগে। অবিবাহিত এক যুৱকৰ পক্ষে এনে এটা প্ৰলোভন এৰি পেলোৱা খুব সাহসৰ কথা।

"আৰু এটা কথা মহাৰাজ? মোৰ দেৱানজী খুব ভাল মানুহ, দক্ষ দেৱান, কিন্তু তেওঁৰ এটা বিশেষ দোষ আছে।" ফুচফুচাই মৌৰাণীপুৰৰ মহাৰাজে কলে।

"কি দোষ মহাৰাজ?"

"কাকো কোৱা নাই, মাত্ৰ আপোনাকে কৈছো। মানুহজন ভীষণ ইংৰাজ বিদ্বেষী। ইংৰাজক দুইচকুৰে দেখিব নোৱাৰে। আপুনিয়ে কওঁক এনে এজন মানুহ লৈ মোৰ ভীষণ অসুবিধা হব। মই শুনিছোঁ অলপতে বোলে মই 'নাইটহুড' পাম। এনে সময়ত এনেকুৱা এজন দেৱানজীয়ে যদি কিবা গোলমাল কৰে তেনেহলে মোৰ সকলো অথলে যাব। মহাৰাণী চাহেবাতো খঙত জ্বলিবই মোৰ নাইটহুডো পোৱা নহব।"

ৰুদ্ৰপ্ৰতাপে হাঁহি মাৰি কলে, "মহাৰাজ এনে এজন মানুহ আপোনাৰ ওচৰত এক মিনিট সময়ো থকা উচিত নহয়।"

"সেই কাৰণেই আপোনাক কৈছো তেওঁক আপুনি লৈ যাওঁক। এই দুটা কথাত বাহিৰে দেৱানজী ইজ এ ফাৰ্ষ্ট ক্লাচ অফিচাৰ।"

ৰুদ্ৰপ্ৰতাপ যাবলৈ ঠিয় হৈ ক'লে, 'কালিলৈয়ে তেওঁক মোৰ ওচৰলৈ পঠিয়াই দিব। তেওঁৰ দৰমহা ডবল কৰি দিম।"

"প্ৰথম সমস্যাতো আপোনাৰ নাই। কাৰণ আপুনি বিপত্নীক। বাট্ হোৱাট এবাউট ডে চেকেণ্ড প্ৰবলেম?—হিজ এন্টি ব্ৰিটিছ ফিলিঙচ?'

"আপুনি চিন্তা নকৰিব মহাৰাজ, মই সকলো ঠিক কৰি লম।" ৰুদ্ৰপ্ৰতাপে মনে মনে ভাবিলে "ডেট চুইটচ্ মী ফাইন।"

তিনিদিন পিচত অযোধ্যাপ্ৰসাদ গড়নৰসিংগড়লৈ আহিছিল। প্ৰথম দৃষ্টিতে অযোধ্যাপ্ৰসাদক চিনি পাবলৈ নাইবা বুজি গোৱাত ৰুদ্ৰপ্ৰতাপৰ বেছি সময় লগা নাছিল। কিছুদিনৰ ভিতৰতে দেৱান অযোধ্যাপ্ৰসাদে ৰাজ্যৰ জটিল কথাবিলাক নিজৰ আয়ত্তলৈ আনিছিল। ঘন্টাৰ পিচত ঘন্টা মহাৰাজৰ লগত আলোচনা কৰি তেওঁ নতুন পলিটিকেল এজেন্টৰ ফাৰ্ষ্ট অফিচিয়েল ভিজিটৰ সকলো প্লেন কৰি পেলাইছিল। নিজে যেনেকৈ খাটিব পাৰে তেনেকৈ আনকো অযোধ্যাপ্ৰসাদে খটুৱাব পাৰে।

দিনৰ পিচত দিন দেৱান অযোধ্যাপ্ৰসাদ আৰু তেওঁৰ সকলো কৰ্মচাৰী এনে ভাবে খাটিছিল যে দুমাহৰ ভিতৰতে গড়নৰসিংগড়ৰ চেহেৰাই সলনি হৈ গ'ল। ফ্লেগ ষ্টাফ হাউচ আৰু বহু নতুন মহলত চুনকাম কৰা হল। নতুনকৈ সজোৱা হল সকলো ঘৰ-বাৰী। নতুন কাৰ্পেট আৰু বয়-বস্তু আহিল। মহাৰাজে কৈছিল যেন কোনো কাৰ্পণ্য কৰা নহয়। কলিকতাৰ পৰা কেচৰ পিচত কেচ মদ আহিল। বাঈজী আহিল লক্ষ্ণৌ, আগ্ৰা আৰু জয়পুৰৰ পৰা। আৰু আহিল তেওঁলোকৰ লগত তবলচি আৰু চাৰেঙ্গিয়া। আস্তাবলৰ ঘোঁৰা কচৰৎ কৰোৱা হল। চহৰৰ পৰা দহ মাইল দূৰৈত চিকাৰৰ কাৰণে কেম্প কৰা হল। শাৰী শাৰী তম্বু টনা হল। মহাৰাজৰ নিজস্ব টম্বু কেইটা অলপ দূৰৈত টনা হল। পলিটিকেল এজেন্টৰ তম্বু হাবিৰ কাষত টনা হল। অস্ত্ৰাগাৰৰ পৰা ৰাইফল উলিয়াই পৰিস্কাৰ কৰা হল। হেজাক, স্পট্লাইট আৰু যি যি প্ৰয়োজনীয়-অপ্ৰয়োজনীয় বস্তু চিকাৰ কেম্পত দৰ্কাৰ সেইবোৰো যোগাৰ কৰা হ'ল। কেইশমান বীটাৰ ( বাজনাবজোৱা ) যোগাৰ কৰা হল। আৰু সজোৱা হল মাচান আৰু গাৰা ( কীল ) বন্ধোৱাৰ খুটি পোতা হল। খবৰ কৰি গম পোৱা গৈছিল যে পলিটিকেল এজেন্ট কৰ্ণেল নোৱেল পেট্ৰিক জোন্স চৌখিন চিকাৰী।

তেওঁৰ দৃষ্টিৰ পৰা কোনো কথাই বাদ পৰা নাছিল। খাজনাৰ হিচাব, অফিচৰ কাগজপত্ৰ, সূৰ্যমহলৰ খৰচপত্ৰ সকলো ঠিক কৰি ৰাখিছে। মহাৰাজে আচৰিত হৈ দেৱানজীৰ কৰ্মদক্ষতা চাইছে আৰু ভাবিছে যদি আজিৰ পৰা আৰু কেইবছৰমান আগতে দেৱানজীক তেওঁ পালেহেঁতেন হয়তো ৰাজ্যৰ অৱস্থা বহুখিনি সলনি হৈ গলহেঁতেন।

কৰ্ণেল জোন্স সম্বন্ধে তেওঁৰ অভিজ্ঞতা অতি তিক্ত। তেওঁৰ কাৰণে এইবোৰ ৰাজসিক আয়োজন মহাৰাজৰ মনঃপুত হোৱা নাছিল। কিন্তু তেওঁ এয়া ঠিক বুজি-ছিল যে পলিটিকেল এজেন্ট ইজ এ পলিটিকেল এজেন্ট। তেওঁৰ নিজৰ কাৰণে



নহলেও ৰাজ্যৰ কাৰণে তেওঁ সকলো সহ্য কৰিব লাগিব। "তেওঁ আনন্দিত নহওক কিন্তু কৰাত আপত্তি নকৰিব।" দেৱানজীৰ এই কথা তেওঁ ঠিক বুজিব পৰা নাছিল কিন্তু ওলোটাই প্ৰশ্নও কৰা নাছিল।

কৰ্ণেল জোন্স আৰু এমিলি জোন্স অহাৰ কেইদিনমান আগতে এদিনাখন ৰাতিপুৱা মহাৰাজে দেৱানজীক মাতি পঠিয়ালে।

"অল চেট দেৱানজী, নো ট্ৰাবল ?"

"ইয়েচ ইওৰ হাইনেচ, অল চেট। নো ট্ৰাবল এট অল।"

"চিকাৰ কেম্পত মোৰ তম্বু কোনঠাইত দেৱানজী ?"

"মহাৰাজ আপোনাৰ তম্বু নদীৰ পাৰত টনাইছো। কৰ্ণেল জোন্সৰ তম্বু হাবিৰ কাষত।"

"আৰু আনোখী বেগমৰ তম্বু ক'ত টনাইছে দেৱানজী।"

"জী মহাৰাজ ?"

"মই সুধিছো, আনোখীৰ তম্বু ক'ত টনাইছে ?"

দেৱানজীৰ চেহেৰাত লেশমাত্ৰ উত্তেজনা নাই। "ইওৰ হাইনেচ, বেগমক জানো তালৈকে লৈ যোৱা ঠিক হব ? মইতো তেওঁৰ কাৰণে কোনো অন্য ব্যৱস্থা কৰা নাই।"

"কিয় কৰা নাই দেৱানজী ? মই তালৈকে যাম, মোৰ লগত আনোখী বেগমো যাব৷ মই জানো চিকাৰৰ কথা বেলেগ, একেবাৰে পুৰুষালী কথা' কিন্তু তেওঁৰ কাৰণে এটা তম্বু টনাত কি অসুবিধা হব পাৰে ?"

"নাই মহাৰাজ, কোনো অসুবিধা নাই।"

"তেনেহলে ?"

"আই এম চৰী, ইওৰ হাইনেচ, আপুনি একো নেভাবিব। কালিলৈ আবেলিৰ আগতে বেগমৰ কাৰণে, আই এম চৰী, হাৰ হাইনেচৰ কাৰণে তম্বু টনাই দিম।"

চমকি উঠিল ৰুদ্ৰপ্ৰতাপ। এনেকথাতো তেওঁক কোনোৱে আগতে কোৱা নাছিল। প্ৰণৱ লাহিড়ীয়েও কোৱা নাছিল, আৰু ৰাজপুৰোহিত পণ্ডিত নাৰায়ণপ্ৰসাদ বাজপেয়ী-য়েও কোৱা নাছিল। মহাৰাজৰ মুখৰ পৰা ওলাল। থেঙ্ক ইউ দেৱানজী, আই এম চো গ্ৰেটফুল টু ইউ।"

"মহাৰাজ আপুনি একোকে নাভাবিব। সকলো ঠিক হৈ যাব। এভৰিথিং উইল গো ক্লক লাইক।" হাতযোৰ কৰি পিচুৱাই গৈ গৈ দেৱানজীয়ে কলে।

হঠাত কিবা মনত পৰাত মহাৰাজে মাতিলে, "দেৱানজী ওৱান মিনিট।"

"জী মহাৰাজ ?" অযোধ্যাপ্ৰসাদ উভতি আহিল।

"এটা কথাতো মই সুধিবলৈ পাহৰি গৈছিলো। যিদিনাখন পলিটিকেল এজেন্ট আহিব সেইদিনাখন মই জানো নিজে ষ্টেচনলৈগে অভ্যৰ্থনা জনাব লাগিব ?"

"অবকোৰ্চ ইওৰ হাইনেচ। আপুনি আপোনাৰ সকলো কৰ্মচাৰী লৈ আপুনি চেৰিমোনিয়াল পোচাক পিন্ধি উপস্থিত থাকিব লাগিব। আপুনি একো চিন্তা নকৰিব মহাৰাজ। মই আপোনাৰ ওচৰতে থাকিম।"

মহাৰাজে কলে, 'দেৱানজী, মই জানো আপুনি মোৰ কাষত থাকিব। আন কোনো জানো মোৰ কাষত নাথাকে?"

"আপোনাৰ লগত বামুকাকাও থাকিব।"

'দেৱানজী--আনোখী--" মহাৰাজৰ কথা শেষ হোৱাৰ আগতেই অযোধ্যাপ্ৰসাদে কলে--"মোৰ ভীষণ ভুল হৈ গৈছে।"

"কি ভুল হৈছে দেৱানজী।"

অযোধ্যাপ্ৰসাদে মহাৰাজক ক'লে--"মহাৰাজ আপভী আয়েঙ্গে আউৰ আপকে চাথ হাৰ হাইনেচ ভী আয়েঙ্গী।"

"কিন্তু দেৱানজী, আনোখী মোৰ বিয়া কৰোৱা বেগম নহয়। মই জানো ইংৰাজ চৰকাৰে আমাৰ এই সম্বন্ধ খুব পছন্দ নকৰে। তাৰ উপৰি আনোখীক জানো প্ৰকাশ্যে লৈ যোৱা উচিত হব? এই লৈ হয়তো ৰাজ্যত কথাও উঠিব।"

"মইতো ইমানদিন শুনি আছিলোঁ, মহাৰাজে লোক নিন্দাৰ ভয় নকৰে। তাৰ উপৰি আপোনাৰ আচৰণ কোনোবাই পছন্দ কৰিলে নে নাই তাৰ হিচাব জানো কৰবাত লিখা থাকিব? আপোনাৰ একো ক্ষতি নাই?"

"আপুনি ঠিকেই কৈছে দেৱানজী। এণ্ড আই এম নট বদাৰড্ আইদাৰ।"

তাৰ কেইদিনমান পিচত মহাৰাজে দেৱানজীৰ লগত সকলো ফালে ঘূৰি মেলি চাই ব্যৱস্থাৰ তদাৰক কৰিলে। কৰ্ণেল জোন্স আৰু এমিলি জোন্স ফ্লেগ ষ্টাফ হাউচত থাকিব। তালৈ গৈ মহাৰাজ চমকি উঠিল।

"দেৱানজী এয়াতো আপুনি একেবাৰে ইন্দ্ৰসভা কৰি তুলিছে।"

"মহাৰাজ, শুনিছো কৰ্ণেল জোন্স আজিৰ যুগৰ ইন্দ্ৰ নহলেও অন্তত কামদেৱৰ আধুনিক সংস্কৰণ।"

"কিন্তু দেৱানজী, মোৰ এইবোৰ একেবাৰে ভাল লগা নাই। আই ডোন্ট লাইক অল দিচ এট অল।"

"মহাৰাজ মোৰো ভাল লগা নাই। আই ডোন্ট লাইক ইট আইডাৰ। কিন্তু সময় খুব বেয়া। টাইমচ্ অৱ বেড।"

দেৱানজীৰ চকু দুটা জ্বলি উঠিল।

"বেগম, সোনকালে ওলোৱা গাড়ী অহাৰ সময় হল।" মহাৰাজে পাগুৰীতো পিন্ধি পিন্ধি আনোখীক কলে।



আনোখীয়ে কলে, "মহাৰাজ মই নগলে জানো নহয়?"

"নহয় বেগম, তুমি যাবই লাগিব।"

"মোৰ সেই ফিৰিঙ্গীটোক একেবাৰে ভাল নালাগে।"

"মোৰো ভাল নালাগে আনোখী। কিন্তু ৰাজ্য চলাবলৈ হলে বহুকাম নিজৰ ইচ্ছাৰ বিৰুদ্ধে কৰিব লগা হব। তাৰ ভিতৰত এইটোও এটা। ভাবি লোৱা এয়া তুমি মোৰ খাটিৰতে কৰিছা।"

"মহাৰাজ মইতো সকলো আপোনাৰ খাটিৰতে কৰিছো।"

ষ্টেচন পাই মহাৰাজে যি দৃশ্য দেখিলে মহাৰাজ অভিভূত হৈ পৰিল। দেৱানজীৰ হাত দুখন নিজৰ হাতত লৈ কলে, "দেৱানজী, ইট ইজ এ ফেনটাচটিক্ এফেয়াৰ।"

"থেঙ্ক ইউ ইওৰ হাইনেচ!"

গড়নৰসিংগড়ৰ সৰু ষ্টেচনটো লোকে লোকাৰণ্য হৈ পৰিছে। বেলুন, ফুল আৰু সৰু সৰু ফ্লেগ চাৰিওফালে দেখা গৈছে। প্লেটফৰ্মৰ পৰা বাহিৰৰ গেট লৈ পৰা হৈছে ৰঙা দালিচা। আৰু তাৰ দুকাষত ঠিয় হৈ আছে চেন্ট্ৰীবোৰ। সকলো সৰুবৰ কৰ্মচাৰী লাইন কৰি প্লেটফৰ্মত ঠিয় হৈ আছে আৰু ষ্টেটৰ বেণ্ড লগে লগে বাজি আছে।

ধীৰ পদক্ষেপেৰে মহাৰাজ, দেৱানজী আৰু আনোখী আগুৱাই গ'ল। জনতাৰ ভিৰৰ পৰা শুনা গ'ল "জয় মহাৰাজা কি জয়"। মহাৰাজ থমকি ৰল। দেৱান অযোধ্যাপ্ৰসাদ সেই মুহূৰ্ততে ওচৰত ঠিয় হৈ মহাৰাজৰ হাতত চেপি দি কলে, "মহাৰাজ ট্ৰেন প্লেটফৰ্মত সোমাইছেহি। সোনকালে বলক।"

"ইয়েচ দেৱানজী, লেট আচ গো।" মহাৰাজ প্লেটফৰ্ম পাওঁতেই ট্ৰেন ৰলহি। কেইটিমান মুহূৰ্ত সকলো নীৰৱ। পিচমুহূৰ্ততে কম্পাৰ্টমেন্টৰ পৰা নামিল কৰ্ণেল পেট্ৰিক জোন্স। দেৱানজীয়ে ইঙ্গিত দিলে আৰু বেণ্ডত বাজি উঠিল, "গড চেভ দি কিং।" মহাৰাজে ভীষণ অশান্তিবোধ কৰিছে। তেওঁ ছটফটাই আছে। অযোধ্যাপ্ৰসাদে আকৌ এবাৰ মহাৰাজৰ হাত চেপি ধৰি ফুচফুচাই কৈছে, "মহাৰাজ, ইফ ইউ কান্ট টলাৰেট দিচ্ দেন এটলিণ্ট ফৰ মাই চেক চাফাৰ ইট।"

দেৱানজীৰ হাতত জোৰে চাপ দি মহাৰাজে কলে, "দেৱানজী, আই কান্ট টলাৰেট ইট বাট এজ ইউ চে আই এম চাফাৰিং ইট অল দি চেম।"

বাজনা থামিল। ইংলণ্ডেশ্বৰৰ দীৰ্ঘ জীৱন ভগবানে ৰক্ষা কৰিছে আৰু মহাৰাজ, দেৱানজী আৰু আনোখী আগুৱাই গৈছে। তেতিয়া আবেলি ছয় বাজিছে। কৰ্ণেল জোন্সৰ মুখৰ পৰা বিয়েৰৰ ভেকেট ভেকেট গোন্ধ ওলাইছে।

"ৱেলকাম টু গড়নৰসিংগড়, কৰ্ণেল জোন্স এণ্ড মিচেচ জোন্স।" হাত মিলাই মহাৰাজে কলে।

"হেল্লো দেয়াৰ।" কৰ্ণেল জোন্সে মহাৰাজৰ হাতদুখন জোকৰি জোকাৰি কৈছে "হাউ আৰ ইউ ইওৰ হাইনেচ?"

"আই এম ফাইন কোৰ্ণেল জোন্স। এণ্ড হাউ আৰ ইউ মেডাম?" মহাৰাজৰ কথা শেষ হোৱাৰ আগতে এমিলি জোন্সে মহাৰাজৰ হাতখন নিজৰ হাতত লৈ এটা মৃদু চাপ দিলে। অলপ অপ্ৰস্তুত বোধ কৰি মহাৰাজে কলে, "দিচ ওৱে কৰ্ণেল।" কিন্তু কৰ্ণেল জোন্সৰ তীক্ষ্ন নীলা চকু আনোখীৰ ফালে। যেন একোৱে নেজানে এনে ভাব দেখুৱাই সুধিলে, "এণ্ড ইয়োৰ হাইনেচ হু ইজ ডেট প্ৰেটি গাৰ্ল উইথ ইউ?"

মহাৰাজে কিবা কোৱাৰ আগতেই দেৱান অযোধ্যাপ্ৰসাদে আনোখী বেগমক দেখুৱাই দি কলে "কৰ্ণেল জোন্স, চি ইজ হাৰ হাইনেচ গড়নৰসিংগড়।"

"ওয়াণ্ডাৰফুল, ওৱাণ্ডাৰফুল, লাভ্‌লী। বাট চিন্স হোৱেন? আই থিংক আই মেট্‌ আনোখী বেগম চামটাইম বেক এট লক্ষ্ণৌ ষ্টেচন। ডিডন্ট আই মাই ডিয়েৰ?" কৰ্ণেল জোন্সে এমিলিৰ ফালে চাই কলে।

"নট আনোখী বেগম কৰ্ণেল জোন্স, বাট হাৰ হাইনেচ গড়নৰসিংগড়।"

"আই এম চৰী দেৱানজী, বাট হোৱেন ডিড ইট হেপেন---আই মিন দ মেৰেজ?"

এমিলি জোন্সে তেতিয়াও মহাৰাজৰ আঙুলিত চেপি দিছে। দেৱানজীয়ে কিবা কোৱাৰ আগতে ৰুদ্ৰপ্ৰতাপে কৰ্ণেল জোন্সক কলে, "ইজ ডেট এনি অব ইওৰ বিজনেচ কৰ্ণেল জোন্স?"

"নো ইট ইজ নান অব মাইন। বাট ইট মাইট বী এ মেটাৰ অব কনৰ্চান ফৰ হিজ মেজেষ্টিজ গভৰ্ণমেন্ট।" কথাষাৰ কৈয়ে কৰ্ণেল জোন্স আওৱাই গ'ল। বেণ্ডত বাজি উঠিল---"গ্ৰিনেডিয়াৰ"।

পঞ্চাশখন গাড়ীৰ শোভাযাত্ৰা ষ্টেচনৰ পৰা আৰম্ভ হ'ল। সম্মুখত বল্লমলৈ পঞ্চাশজন ঘোঁৰাৱালা।

গোটেই পথ আনোখীয়ে একো কথা কোৱা নাই। সমুখৰ ছিটত ৰামুককা আৰু দেৱানজী। পিচৰ ছিটত বহি আনোখী। তেওঁ কঁপিছে। মহাৰাজৰ ককালত ধৰি কৈছে, "আলীজাঁ, আপুনি কিয় সেই ফিৰিঙ্গীৰ লগত কাজিয়া কৰিছে?"

মহাৰাজে উত্তৰ দিব লগা হোৱা নাছিল। দেৱানজীয়ে ক'লে, "ইয়োৰ হাইনেচ এইবোৰ চিন্তা আপুনি কৰিব নালাগে। মোক চিন্তা কৰিবলৈ দিয়ক। সকলো সমস্যাৰ সমাধান আছে। আপুনি ভাবিব নেলাগে।"

ফ্লেগ ষ্টাফ হাউচৰ দৰবাৰ হলত বহি আছে গড়নৰসিংগড়ৰ আশেপাশে থকা ৰাজ্যৰ বহুতো ৰজা-মহাৰাজ। তেওঁলোকৰ উজ্বল পোচাক আৰু হীৰা জহৰতৰ চিকমিকনিত দৰবাৰ হল জিলমিলাই উঠিছে। তেওঁলোকৰ ভিতৰত মধ্যমণি হৈ বহি আছে চিনিয়ৰমোষ্ট ৰুলীং চীফ মৌৰাণীপুৰৰ কু'ওৰ চমশেৰ সিং। আহিছে



মহাৰাজ তাবান, মহাৰাজাধিৰাজ দৰবাজপুৰ, ঠাকুৰচাহেব ৰামপুৰা, নবাব চালিমগড়, মহাৰাজকুমাৰ হুকুমৎপুৰ আৰু বহুতো। সকলোৰে ওচৰলৈ কৰ্ণেল জোন্সক ৰুদ্ৰপ্ৰতাপে লৈ গৈ পৰিচয় কৰাই দিছে নতুন পলিটিকেল এজেন্টৰ লগত। "প্লিজ টু মীট ইউ" "হাউ নাইচ অব ইউ টু কাম" ইট ইজ এ প্লেজাৰ' বুলি কৈ আনুষ্ঠানিকভাবে সকলোৰে লগত কৰ্ণেল জোন্সে হাত মিলাইছে। কিন্তু মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং আৰু দেৱানজীয়ে লক্ষ্য কৰিছে যে কৰ্ণেল জোন্স কেনেকুৱা যেন 'ৰেষ্টলেচ'---অলপ বিচলিত। কেৱল ছটফটাইছে আৰু ঘড়ী চাইছে।

এটা সময়ত মহাৰাজে দেৱানজীক একাষলৈ মাতি নি সুধিলে, "কি কথা দেৱানজী, চাহেবক যেন অন্যমনস্ক দেখিছো? কিবা গোলমাল হল নেকি?"

"কথা একোৱেই নহয়। চাহেবৰ পলম হৈছে। সূৰ্য ডুব গৈছে। চাহেবৰ ডিঙি শুকাই গৈছে আৰু বোধহয় মঙহৰো ভোক লাগিছে।" কৈ দেৱানজীয়ে হাঁহিলে।

'অ আই চী" বুলি কৈ মহাৰাজে মৃদু হাঁহি মাৰিলে। আৰু সেই মুহূৰ্ততেই কৰ্ণেল জোন্স দেৱানজীৰ ফালে আগুৱাই আহিছে। ওচৰ পোৱাৰ আগতেই দেৱানজীয়ে দুহাত তালি দিয়াৰ লগে লগে বাৰজনমান বেয়াৰাই ড্ৰিংক লৈ সোমাই আহিল। আৰু আন এখন দুৱাৰেদি বাৰগৰাকীমান নাচনী ছোৱালী সোমাই আহিল। ছোঁ মাৰি এটা হুইস্কীৰ গিলাচ হাতত লৈ নাচনীৰ ফালে আগুৱাই গ'ল কৰ্ণেল জোন্স। মহাৰাজে নিঃশ্বাস পেলাই ৰক্ষা পালে আৰু দেৱানজীক ফুচফুচাই কলে, "সকলো গোলমাল ঠিক হৈ গ'ল দেৱানজী।"

মহাৰাজ সূৰ্যমহললৈ উভটি গৈছে। আনোখী কিবা যেন অন্যমনস্ক। আনোখীৰ মুৰত নানান চিন্তাই ভিৰ কৰিছেহি। সেই ফিৰীঙ্গিক তেওঁ একেবাৰেই সহ্য কৰিব নোৱাৰে। তেওঁ ঠিক বুজিব পাৰিছে মহাৰাজৰ লগত তেওঁৰ সাপ-নেউলৰ সম্পৰ্ক। কিবা যেন অঘটন নঘটে। মহাৰাজ ষি খঙাল মানুহ। কিন্তু মহাৰাজে নিজেইতো কৈছিল বহুসময়ত নিজৰ ইচ্ছাৰ বিৰুদ্ধে বহু কাম কৰিব লগা হয়। নহয় নহয় মহাৰাজৰ দৰে বুদ্ধিমান বিচক্ষণ মানুহে কেতিয়াও ভুল কাম কৰিব নোৱাৰে। নিজৰ মনক আনোখীয়ে সান্তনা দিছে। এনে সময়তে মহাৰাজে ভিতৰলৈ সোমাই আহি আনোখীক সাবট মাৰি ধৰি লৈ চকুৰে মুখে চুমাৰে ওপচাই দিছে।

"বেগম্‌ মই আকৌ ফ্লেগ হাউচলৈ উভটি যাওঁগৈ। মোৰ যোৱাৰ একেবাৰে ইচ্ছা নাই। কিন্তু কৰ্তব্যৰ খাটিৰত যাবই লাগিব। মই খুব সোণকালে উভটি আহিম। মই যেন আহি দেখা পাও যে তুমি মোৰ বাবে বৈ আছা।"

"কিয় মহাৰাজ, মইতো সদায় ৰাতি অপোনাৰ কাৰণে বৈয়ে থাকো---আজি আকৌ নতুনকৈ এই কথা কৈছে কিয়?"

"আনোখী, তুমি নুবুজিবা তুমি আজি কিমান সুন্দৰ।"

"মই বুজিছো মহাৰাজ।"

"কি বুজিছা তুমি।"

"আজি মই পাঁচ মিনিটৰ ভিতৰতেই আনোখী বেগমৰ পৰা "হাৰ হাইনেচ" হৈ গলো গড়নৰসিংগড় ষ্টেটচনত। বিয়া নকৰোৱাকৈ এয়া কেনেকৈ হয় সেয়াহে মই বুজিব পৰা নাই মহাৰাজ। সেই কাৰণে ভাবিছিলোঁ—"

"কি ভাবিছিলা আনোখী?"

"নাই থাওঁক মহাৰাজ।"

আনোখীৰ ওচৰলৈ আহি তেওঁক সাবটি লৈ মহাৰাজে কলে, "তোমাক মই শৰীকে-জিন্দগী বুলি কৈছোঁ। তুমি মোৰ বিয়া কৰোৱা স্ত্ৰী নহয়। কিন্তু তাতকৈ জানো কম মৰ্যাদা তোমাক দিছো? দেৱানজীয়ে আজি ষ্টেটচনত যি কথা কৰ্ণেল জোন্সক কৈছিল সেয়া তেওঁ কিয় কৈছিল তেৱেঁই জানে। তোমাক মই স্পষ্ট কৰি এটা কথা ক'ব খোজো আনোখী। জীৱনত মই কেতিয়াও আৰু বিয়া নকৰাও আৰু কোনো সন্তানৰ পিতৃ নহওঁ। তুমি সুন্দৰ সুন্দৰ ৰঙীন সপোন কল্পনা কৰা আনোখী, কিন্তু কেতিয়াও এই সপোন নেদেখিবা যে, তুমি মোৰ স্ত্ৰী আৰু মোৰ সন্তানৰ মা। মই তোমাক সকলো কথা ক'ব বা বুজাব নোৱাৰিম।"

"আপুনি সকলো কথা মোক বুজাব নেলাগে মহাৰাজ, মই সকলো জানো।"

"তুমি কি জানা? কোনে তোমাক কলে?"

"কোনোৱে ক'ব লগীয়াহোৱা নাই মহাৰাজ। মই শুনিছোঁ—আপোনাৰ আগৰ দেৱানজী আৰু পণ্ডিতজীৰ লগত হোৱা সকলো কথা মই শুনিছোঁ।"

মহাৰাজ মনে মনে থাকিল। তাৰ পিচত কলে, "তেনেহলে তো দেখোন তুমি সকলো কথা জানাই আনোখী।'

"হয় আলীজাঁ, মই সকলো জানো। কিন্তু মোৰো কেইটিমান কথা আছে আপুনি জানো শুনিব?"

"কোৱা জানে মন্।"

"মই এক কোঠীওৱালীৰ ছোৱালী। কিন্তু যৌৱনত ভৰি দিয়াৰ আগতেই ঠিক কৰিছিলোঁ, মই যদি কোনো পুৰুষৰ সংস্পৰ্শলৈ আহিব লগা হয় সেই পুৰুষে হব মোৰ প্ৰথম আৰু শেষ পুৰুষ। আপুনি মোৰ জীৱনলৈ নহাহেঁতেন মোৰ এই কল্পনা আকাশ-কুসুমে হৈয়ে হয়তো থাকিলহেঁতেন। মোৰ ইচ্ছাৰ বিৰুদ্ধে হয়তো মোৰ এই জীচম টুকুৰা টুকুৰ কৰি বহু জানোৱাৰক হয়তো খুৱাব লাগিলহেঁতেন আৰু মই হৈ গলো-হেঁতেন এক কোঠীৱালী সহজে বোধগম্য বেয়া ছোৱালী। আপুনি মোক সেই পঙ্কিল জীৱনৰ পৰা ৰক্ষা কৰিছে। তাৰ কাৰণে আপোনাক বহু ধন্যবাদ। দেৱানজী আৰু, চাহেবৰ কথা শুনি মনৰ ভিতৰত বহু আশা আকাঙ্ক্ষাৰ দীপ জ্বলি উঠিছিল



মহাৰাজ, মই সকলো দীপ নুমুৱাই দিছো মহাৰাজ, আপুনি কোনো চিন্তা নকৰিব।"

"আনোখী" মহাৰাজে বেগমক সাবট মাৰি ধৰিলে। আনোখীয়ে আকৌ কলে "মুঝে কোই গিলা কোই শিকায়ৎ (অভিযোগ) নহী হ্যায়।" এইবাৰ আনোখীয়ে নিজেই মহাৰাজক সাবট মাৰি ধৰি কলে, "ৰাতকো ওৱাপচ্ আয়েঙ্গে না? ম্যায় আপকা ইন্তজাৰ কৰুঙ্গা।"

৮

ঠিক একঘন্টা পিচত যেতিয়া মহাৰাজ ৰুদ্ৰপ্ৰতাপ আকৌ ফ্লেগপ্তাফ হাউচলৈ উভটি আহিছিল, তেতিয়া তাৰ অৱস্থা দেখি তেওঁ নহঁহাকৈ নোৱাৰিলে। গণ্যমান্য অতিথিসকল মানে গড়নৰসিংগড়ৰ ওচৰঁপাজৰৰ ৰজামহাৰাজসকল নিচাত মতলীয়া। বৃদ্ধ কুওৰ চমশেৰ সিঙো প্ৰকৃতিষ্ঠ নহয়। ৰুদ্ৰপ্ৰতাপ তেওঁৰ কাৰণে শঙ্কিত হৈ পৰিল। দৰবাৰ হলৰ দলিচাৰ ওপৰত কেইগৰাকীমান ছোৱালীৰ নগ্ন দেহ আৰু সেই দেহবিলাকৰ ওপৰতে হিজ হাইনেচসকলে কামোবাকামুৰি লগাই দিছে।

এটা কোনত কৰ্ণেল জোন্স পৰি আছে। তেওঁক দেখা পাই মহাৰাজৰ শৰীৰ জোকাৰ খাই উঠিল। অৰ্দ্ধ উলঙ্গ কৰ্ণেল জোন্সে তেতিয়া তিনি গৰাকী নগ্ন ছোৱালী লৈ সাবটা-সাবটি কৰি আছে। দলিচাৰ ওপৰত বহতো ফটা ছিটা কাপোৰ। মহা-ৰাজক সোমাই অহা দেখা পাই সেই অৱস্থাতে কৰ্ণেল জোন্স ঠিয় হল।

“কাম, কাম, ইওৰ হাইনেচ এণ্ড জয়েন ইন দ ফান। ওৱাণ্ডাৰফুল। ফেবুলাচ। থেঙ্কচ এ লট্। গড এবাভ মী, আই উইল গেট ইউ এ নাইটহুড ফৰ দিচ ইওৰ হাইনেচ। কাম এণ্ড হেভ এ ড্ৰিঙ্ক।”

দেৱান অযোধ্যাপ্ৰসাদ ক'ৰ পৰা ওলাই আহিল মহাৰাজে ধৰিবই নোৱাৰিলে। তেওঁৰ হাতৰ পৰা এটা গিলাচ লৈ কৰ্ণেল জোন্সৰ ফালে আগুৱাই গ'ল। “কৰ্ণেল জোন্স, মই চিৰকাল ভাবিছিলোঁ মেজেষ্টিৰ গভৰ্ণমেন্টৰ প্ৰতিনিধি সকলোৰে ওপৰত



বিৰাজমান থাকে। কিন্তু এই প্ৰথম দেখিলো তেওঁ মাটিতে শুই থাকে। আৰু সেয়াও সভ্যভাৱে নহয়।”

“ডোন্ট ট্ৰাই টু টীচ মী মেনাৰচ” চলংপলং কৈ কথাষাৰ জোন্সে ক'লে।

“ইউ নীড ইট কৰ্ণেল।” মহাৰাজ আগুৱাই গ'ল। দেৱানজী আকৌ আহি মহাৰাজৰ ওচৰত ঠিয় হৈ কলে, “মহাৰাজ টেক্ ইট ইজী।”

“ননচেন্স” বুলি কৈ মহাৰাজ আকৌ আগুৱাই গল। চলংপলং কৰি কৰ্ণেল জোন্সে চিঞৰি কলে, “ইয়োৰ হাইনেচ, হোৱেৰ ইজ ডেট কিউট গাৰ্ল? দ্য চো কলড ওৱাইফ অব্ ইয়ৰচ? ব্ৰিঙ হাৰ হিয়াৰ।” মুহূৰ্ততে ঘটনাটো ঘটি গ'ল। মহাৰাজৰ হাতৰ এক পূৰ্ণচৰ কৰ্ণেলৰ গালত পৰিল আৰু লগে লগে মহামান্য ব্ৰিটিচ গভৰ্ণমেন্টৰ প্ৰতিনিধি ধম্ কৰি পৰি গ'ল এক সম্পূৰ্ণ নগ্ন নাৰী দেহৰ ওপৰত।

“ইউ বাষ্টাৰ্ড চে ইট এগেন।” বুলি কৈ আকৌ মহাৰাজে কৰ্ণেল জোন্সক মাৰিবলৈ খেদি গৈছিল। কিন্তু তাৰ আগতেই দেৱান অযোধ্যাপ্ৰসাদ আগুৱাই আহি কলে “মহাৰাজ আপুনি এয়া কি কৰিছে? যি হৈছে বহুত হৈছে। আহক আপুনি মোৰ লগত।” দেৱানজীয়ে মহাৰাজক ওচৰৰ কোঠা এটালৈ লৈ গ'ল। কোঠাত সোমাই মহাৰাজে বমি কৰিলে।

দেৱানজীয়ে মহাৰাজক বিচনাত শুৱাই দি ওলাই গ'ল।

হঠাত মাজ নিশা মহাৰাজৰ টোপনি ভাঙি গ'ল। কোঠাত কিহবাৰ খচ্ খচ্ শব্দ। ওচৰৰ কোঠাৰ গন্দগোলো ভালদৰে শুনিবলৈ পোৱা নগৈছিল। কোঠাৰ ভিতৰত কোনোবা অহা-যোৱা কৰিছে। জুইৰ এক সৰু ফিৰিঙতি মহাৰাজৰ চকুত পৰিল। কোঠাৰ ভিতৰত নীলা পোহৰ জ্বলি আছে। স্পষ্টভাৱে একোৱে দেখা পোৱা নেযায়। এক বিসসঙ্গতি লাগিল মহাৰাজৰ। তেওঁ বিচনাৰ ওপৰত উঠি বহিল। সেই সময়তে কোনোবাই যেন ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিলে।

“কৌন হ্যায়, কৌন হ্যায়” বুলি মহাৰাজ বিচনাৰ পৰা উঠি ঠিয় হল। মুহূৰ্তৰ ভিতৰতে চকামকাকৈ চকুত পৰিল পাতল নাইট ড্ৰেছ পৰিহিতা কোনো এক বগা নাৰীদেহ। আৰু চকুত পৰিল সেই নাৰীৰ হাতত জ্বলন্ত চিগাৰেট। মহাৰাজে কিবা কোৱাৰ আগতে চুইচ টিপাৰ শব্দ হল আৰু লগে লগে কোঠাটো অন্ধকাৰত ডুব গ'ল।

“কৌন হ্যায়?” বুলি আগুৱাই যাওঁতেই কেইটিমান কোমল মসৃণ আঙুলিয়ে মহাৰাজৰ ওঁঠ চেপি ধৰি কলে, “ফৰ হেভেনচ্ চেক্ কীপ কোৱায়েট্।”

“বাট হু আৰ ইউ? এণ্ড হোৱাই আৰ ইউ হিয়াৰ?”

“প্লীজ ডোন্ট চাউট। আই এম এমিলি জোন্স।”

“হোৱাট?” মহাৰাজ দুখোজ পিছুৱাই আহিল। দৌৰি চুইছ টিপাৰ আগতে এমিলি জোন্সে তেওঁক সাবট মাৰি ধৰিছে। মহাৰাজে প্ৰাণপণে বাহুবন্ধনৰ পৰা

নিজকে মুক্ত কৰিবলৈ বিচাৰিছে, কিন্তু নোৱাৰিলে। যেন এক ক্ষুধাতুৰ অজগৰেহে তেওঁক সাবট মাৰি ধৰিছে। "মেডাম হোৱাট আৰ ইউ ডুইং হিয়াৰ? প্লীজ গো টু ইওৰ ৰুম।"

"ইওৰ হাইনেচ আই হেভ কাম এগেন টু চে চৰী ফৰ মাই হাজবেচ বিহেভিয়াৰ, টু নাইট। আই হাৰ্ড ইট অল।"

"বাট মেডাম, দিচ কুড্ ওৱেট টিল টুমৰো মৰ্ণিং।"

"দিচ কুড, বাট আই কুডন্ট।"

"মেডাম দিচ ইজ নট ডান" বুলি মহাৰাজে প্ৰতিবাদ কৰিছে, কিন্তু পিচমুহূৰ্ততে এমিলি জোন্সে তেওঁৰ বাহুবন্ধন আৰু শক্তিশালী কৰি মহাৰাজৰ ওঁঠ নিজৰ ওঁঠ চেপি ধৰিছে। এমিলি জোন্সৰ মুখত তীব্ৰ হুইস্কীৰ গোন্ধ। ফণা মেলা সৰ্পিণীৰ দৰে তেওঁ ফোঁচ ফোঁচ কৰিছে। নিজৰ সমস্ত শক্তিৰে মহাৰাজে সেই বাহুবন্ধনৰ পৰা ওলাই এমিলি জোন্সক ঠেলামাৰি বিছনাত পেলাই দিলে। মহাৰাজে দৌৰি গৈ লাইটৰ চুইছ টিপি লাইট জ্বলাই দিলে। খঙ্, লাজ আৰু ঘৃণাত মহাৰাজ এমিলি জোন্সৰ ফালে আগুৱাই গৈছে। সেই কেইছেকেণ্ড মানৰ ভিতৰতেই এমিলি জোন্স তেওঁৰ ৰাত্ৰিবাসৰ পৰা মুকলি হৈ ওলাই আহিছে। মহাৰাজৰ ভাব হ'ল বগা বিচনাৰ ওপৰত এটা বগা মাৰ্বলৰ ষ্টেচুহে যেন শুই আছে। এমিলি জোন্সৰ চকুত মদৰ নিচা আৰু পানী আৰু মুখত বেদনাৰ ছাপ। দৃঢ় পদক্ষেপে আগুৱাই গৈ মহাৰাজে বিছনাৰ শেষ প্ৰান্তত থকা মখমলৰ চাদৰখন এমিলি জোন্সৰ গাৰ ওপৰত পেলাই দিলে। খুব কোমল সুৰত ক'লে, "মেডাম প্লীজ গো, দিচ ইজ নট ডান্। প্লীজ গো, আই বেগ অব ইউ!"

"হোৱাট ইজ নট ডান্?" চিঞৰি কলে এমিলি জোন্সে আৰু পিচমুহূৰ্ততে মিনতি কৰি কলে, "ইওৰ হাইনেচ প্লীজ টেক মী। আই এম চো হাংৰী।" এমিলিৰ চকুৰেদি পানী বৈ আহিল।

"নো মেডাম, প্লীজ গো। আই হেভ নেভাৰ ডান ইট।"

"হোৱাট ইজ ডেট?" এমিলি জোন্সে ঘনে ঘনে উশাহ লৈ সুধিলে।

"আই হেভ নেভাৰ টাচড্ চামৱান এলচেচ্ ৱাইফ।" মহাৰাজে কৰুণ মাতেৰে মিনতি কৰিলে।

"হোৱাট ওৱাইফ এণ্ড হোৱাট চামৱান?" এমিলি বিচনাৰ পৰা উঠি মহাৰাজৰ ফালে আগুৱাই গ'ল। মহাৰাজ পিছুৱাই গ'ল।

কাষৰ কোঠাৰ পৰা কন্ঠস্বৰ ভাঁহি আহিছে—"কৰ্ণেল চাহেব আপ যাইয়ে, আপকী বিবি ইন্তেজাৰ কৰ ৰহী হোগী।" মহাৰাজে বেচ বুজিছিল কন্ঠস্বৰ কু'ৱৰ চমশেৰ সিঙৰ।



ঠিক তেতিয়া এমিলি জোন্স প্ৰায় মহাৰাজৰ ওচৰ পাইছেহি। পিছুৱাই গৈ মহাৰাজে কলে, "ডিড ইউ হিয়াৰ ডেট মেডাম?"

"নো আই ডিড্ নট্।" এমিলি জোন্সে ক'লে।

কাষৰ কোঠাৰ পৰা পুনৰ কৰ্ণেল জোন্সৰ কন্ঠস্বৰ শুনা গ'ল, "হোৱাট ৱাইফ, হুজ ৱাইফ্? কুওৰ চাহেব, চী ইজ এ বীচ্।"

পিছুৱাই গৈ গৈ মহাৰাজে কলে, "মেডাম ডেটচ ইওৰ হাজবেণ্ড। ইউ মাষ্ট গো এণ্ড টেক হিম টু দ্য বেডৰুম।"

"হোৱাট হাজবেণ্ড, হি ইজ এ বাষ্টাৰ্ড। এ গাটাৰ স্নাইপ।"

কুওৰ চমশেৰ সিঙে আকৌ কৈছে—"ইভেন দেন চী ইজ ইয়োৰ ৱাইফ্। গো টু ইওৰ বেডৰুম।" ইমান মদ খোৱাৰ পিচতো মৌৰাণীপুৰ মহাৰাজৰ কথা শুনি ৰুদ্ৰপ্ৰতাপ আচৰিত হ'ল।

চহৰৰ ঘন্টাঘৰৰ পৰা তিনিবজাৰ সময় সঙ্কেত শুনা গ'ল। হঠাৎ ৰুদ্ৰপ্ৰতাপৰ আনোখীৰ কথা মনত পৰিল। তেওঁ হয়তো তেওঁৰ কাৰণে ৰৈ থাকিব। আনোখীক তেওঁ সোনকালে উভটিম বুলি কৈছিল। আজি আনোখীক বৰ সুন্দৰ লাগিছিল। নিজকে খুব দোষী যেন বুলি ভাব হ'ল মহাৰাজৰ।

ওচৰৰ কোঠাত কৰ্ণেল জোন্সে চমশেৰ সিঙক সাবট মাৰি ধৰি কৈছে—"হোৱাট ৱাইফ্। চী মাষ্ট বী শ্লীপিং উইথ দেট বাষ্টাৰ্ড হিজ হাইনেচ গড়নৰসিংগড়।"

ৰুদ্ৰপ্ৰতাপ স্থিৰ হৈ থাকিব নোৱৰা হ'ল—"হেভ ইউ হাৰ্ড ডেট মেডাম? আই উইল নট ষ্টেণ্ড ইট্।" দৌৰি গৈ গাৰুৰ তলৰ পৰা পিস্তল উলিয়াই ললে। "আই উইল কিল ডেট বাষ্টাৰ্ড লাইক এ ডগ্।"

হঠাতে কি হ'ল মহাৰাজে একো বুজিব নোৱাৰিলে। এমিলি জোন্স কান্দোনত যেন ভাঙিহে পৰিব। সেই কান্দোন যেন বন্ধ নহ'বই। সাহস গোটাই লৈ মহাৰাজ আগুৱাই গ'ল। "মেডাম প্লীজ গেট আপ এণ্ড গো টু ইয়োৰ বেডৰুম।" মহাৰাজে কলে।

"ইওৰ হাইনেচ, আই এম ভেৰি চৰী। প্লীজ টেক মী টু মাই ৰুম।"

"আই উইল।" বুলি কৈ মহাৰাজে তেওঁৰ নগ্ন দেহ কোলাত তুলি ললে। মহাৰাজৰ সম্মুখতে এমিলি জোন্সে আকৌ ৰাত্ৰিবাসেৰে নিজকে আবৰি ললে। ওচৰত পৰি থকা গাউনটোও পিন্ধি ললে। মহাৰাজৰ হাতত ধৰি নিজৰ কোঠালৈ লাহে লাহে আগবাঢ়িল।

"ওচৰৰ কোঠাৰ পৰা তেতিয়াও কৰ্ণেল জোন্সৰ চিঞৰ শুনিবলৈ পোৱা গৈছিল, "মাই ৱাইফ ইজ এ বীচ্। ইউ আৰ অল বিচচ্। বাট আই ওৱান্ট টু মেনী বিচেচ। কাম অন গাৰ্লচ।"

খঙ, অভিমান, ঘৃণাত এমিলি জোন্সৰ মুখে এক বিকৃত ৰূপ ললে।

এমিলি জোন্সৰ কোঠা পাওতেই মহাৰাজে ক'লে, "মেডাম কেন আই গো?"

"ইয়েচ মহাৰাজ, প্লীজ গো। বাট্ গীভ মী এ কিচ্।" মহাৰাজে কিবা কোৱাৰ আগতেই এমিলি জোন্সে মহাৰাজক চুমা খালে।

"গুডবাই মেডাম" বুলি কৈ মহাৰাজ নিজৰ গাড়ীৰ ফালে আগুৱাই গৈছে। চকামকা পোঁহৰত দেখিলে গাবীৰ সম্মুখৰ ছীটত ৰামুকাকা আৰু দেৱান অযোধ্যাপ্ৰসাদ বহি আছে।

সূৰ্যমহলত গোটেই ৰাতি জাগি থাকি আনোখী শেষলে শুই পৰিল।

আধাঘন্টা পিচত মহাৰাজ যেতিয়া মহললৈ উভটি আহিছে আনোখী তেতিয়া টোপনিত আচ্ছন্ন। তেওঁৰ চকুৱে মুখে বেদনা আৰু আনন্দৰ এক আচৰিত ছায়া। লাহে লাহে মহাৰাজ আগুৱাই গৈ আনোখীৰ গালে মুখে হাত বুলাই মাতিলে—"আনোখী ম্যয়ঁ অ গয়া হুঁ।"

টোপনিতে আনোখীয়ে কৈছে—"অভী তক নহী আয়ে। বড়ে বেবফা হো তুম।"

"নহী আনোখী, ম্যঁ আ গয়া হুঁ। জৰা আঁখে তো খোলো।" বুলি কৈ মহাৰাজে আনোখীৰ চুলিৰ মাজত হাত বুলাই দিলে।

"হায় আল্লাহ" বুলি আনোখীয়ে চকু মেলিছে। "বহুত ইন্তজাৰ কৰয়া আপনে আলীজাঁ। আপ তো বহুত জলদী আনেৱালে থে?"

"মাফী চাহতা হুঁ বেগম। মই উলঝনোঁ মে ফঁচ্ গয়া থা।" বুলি কৈ মহাৰাজ নিজৰ ওঁঠ আনোখীৰ ওঁঠৰ ওচৰলৈ লৈ গৈছে। আনোখীয়েও মহাৰাজৰ ডিঙিত ধৰি উঠিছে।

মুহূৰ্ততে ঘটনা ঘটি গ'ল। আনোখী মহাৰাজৰ মুখৰ ফালে চাই হঠাত আতৰি গৈ তীব্ৰ আৰ্তনাদৰ স্বৰবে কলে, "আলীজাঁ আপ কঁহা গয়ে থে? ইয়ে ক্যা কিয়া আপনে আলীজাঁ?"

আনোখীক ওচৰলৈ টানি আনি মহাৰাজে কলে, "বেগম, তুমিতো জানা মই কলৈ গৈছিলো। মই ফ্লেগষ্টাফ হাউচলৈ গৈছিলো। তাতেই পলম হৈ গ'ল।

"নহয় আপুনি অন্য কৰবালৈ গৈছিল।"

"নহয় আনোখী, মই আন কোনো ঠাইলৈকে যোৱা নাই।"

"আপ ঝুট বল ৰহেঁ হ্যায় আলীজাঁ।"

"আনোখী।" চিঞৰি উঠিছে ৰুদ্ৰপ্ৰতাপ আৰু কঁপি উঠিছে শুৱনীকোঠা।

"মুঝে মাফ কৰ দেনা আলীজাঁ। ম্যয় কোন হোতী হুঁ আপকো ৰাকনেৱালী। আখিৰ ম্যয় ভী তো ঠহৰী এক তৱায়েফ। কোই আপকো চাদীশুদা বেগম তো নহী। কৌন ৰোক চকতা হ্যায় আপকো আউৰ কঁহী জানে চে।" আনোখী কান্দোনত ভাঙি পৰিল।



হঠাতে সম্মুখৰ আয়নাত চকু পৰাত মহাৰাজে হোঁ হোঁ কৈ হাঁহি দিলে। সেই হাঁহি বন্ধ নহয়। মহাৰাজৰ দুয়োখন গালত এমিলি জোন্সে দিয়া লিপষ্টিকৰ দাগ।

"মেৰে পাচ আও আনোখী, আউৰ পাচ আও। ম্যয় কহী নহী গয়াঁ থা। তুমহাৰা কোই সৌত (সতিনী) ইয়ে দুনীয়ামে নহী হ্যায়। তুম জানতী হো আজ ক্যায়া হুৱা।"

"নহী আলীজাঁ।"

তাৰপিচত মহাৰাজে ৰাতিৰ ঘটি যোৱা সকলো কথা এটা এটাকৈ আনোখীক শুনাইছে। আৰু লগে লগে আনোখী তেওঁৰ ওচৰ চাপি আহিছে। ওচৰলৈ। আৰু ওচৰলৈ।

ঘন্টাঘৰৰ ঘড়ীত পাঁচ বজাৰ শব্দ হল। মহাৰাজ আৰু আনোখীৰ মাজত ব্যৱধান মাত্ৰ আনোখীয়ে পিন্ধা পাতল মচলিন। প্ৰথমতে মচলিন বেছি, দেহ কম। লাহে লাহে হল দেহ বেছি, মচলিন কম। এটা সময়ত এনে হল গোটেই দেহ, মচলিন অদৃশ্য।

আঠবজাত মহাৰাজ ৰুদ্ৰপ্ৰতাপৰ টোপনি ভাঙি গ'ল। আনোখী তেতিয়াও শুইছে। হঠাত ভাব হল আজি ৰাতিপুৱাতো কৰ্ণেল আৰু মিচেচ জোন্স ব্ৰেকফাষ্টলৈ অহাৰ কথা। তেওঁতো কাকো কোৱা নাই? তাৰপিচত ড্ৰেচিং গাউনটো পিন্ধি বাহিৰলৈ ওলাই আহি মাতিলে, "ৰামুকাকা, ৰামুকাকা, জলদী জলদী ব্ৰেকফাষ্ট বানাও।"

ক'ৰপৰা দেৱানজী ওলালহি। "ইয়েচ ইওৰ হাইনেচ?"

"দেৱানজী আপ ইতনে সবেৰে?"

"মহাৰাজ, কৰ্ণেল আউৰ মিচেচ জোন্স নাস্তাকে লিয়ে আ ৰহে হ্যাঁয়। মুঝে মালুম হ্যায়। আপ ফিকৰ না কৰে, সব হো যায়গা। নও বাজে কা টাইম হ্যায়। আপ তৈয়াৰ হো জাইয়ে।"

"দেৱানজী, ইউ আৰ এন এঞ্জেল"—বুলি কৈ মহাৰাজ সোমাই গ'ল।

শুকান হাঁহি এটা মাৰি নিজৰ মনে মনে কলে—"এট্ ইয়োৰ চাৰ্ভিচ ইওৰ হাইনেচ"।

আধাঘন্টা পিছত মহাৰাজ যেতিয়া বাৰলৈ ওলাল তেতিয়াও আনোখী শুইছে। তেওঁৰ টোপনিত থকা চেহেৰাত এক অপূৰ্ব সুখ আৰু শান্তিৰ আভা। টোপনিৰ মাজতেই তেওঁ মাজে মাজে হাঁহিছে আৰু তেওঁৰ নগ্ন শৰীৰ বতাহত বিৰিণা কঁপাদি কঁপি উঠিছে। ৰুদ্ৰপ্ৰতাপৰ আকৌ ভাব হল যেন আনোখীৰ সেই মোহময় দেহৰ ওচৰত আকৌ শুব, কিন্তু কিবা ভাবি ওলাই আহিল। ওলাইয়ে অযোধ্যাপ্ৰসাদৰ লগত মুখামুখি হল।

কেনো প্ৰশ্ন কৰাৰ আগতে অযোধ্যাপ্ৰসাদে কলে, "ইওৰ হাইনেচ, আপুনি ভাবিব নেলাগে। হাৰ হাইনেচক শুৱলৈ দিয়ক। ব্ৰেকফাষ্ট টেবুললৈ তেওঁ নগলেও হব।'

"কিন্তু দেৱানজী এয়া জানো দৃষ্টিকটু নহব?" মিচেচ জোন্স আহিব আৰু আনোখী নাথাকিব, এয়া কেনে হ'ব?"

"মিচেচ জোন্স নাহে। কৰ্ণেল জোন্স অকলেই আহিব।"

"বাট হোৱাই দেৱানজী?"

"তেওঁৰ শৰীৰ ভাল নহয়। ৰাতি হেনো তেওঁ শুব পৰা নাই।" অযোধ্যাপ্ৰসাদে কলে।

"দেৱানজী, আনোখীয়েও কালি ৰাতি শুব পৰা নাই। ৰাতিপুৱা পাচৰজাৰ পিচতহে শুইছে। তেওঁৰো শৰীৰ ভাল নহয়।"

"ইয়েচ ইয়োৰ হাইনেচ, বোথ দ্য লেডিচ আৰ নট ওৱেল। দো ফৰ ডিফাৰেণ্ট ৰিজন্স।"

"বাট হোৱাট আৰ দ্য ডিফাৰেণ্ট ৰিজন্স দেৱানজী?" মহাৰাজে সুধিলে।

"ইউ ইন বোথ কেচেচ্।"

"মী?"

পিচমুহূৰ্ততেই দুয়ো হাঁহিব ধৰিলে। সেই হাঁহি যেন বন্ধ নহ'ব। এনেতে ৰামুকাকা দৌৰি আহি কলে—"মহাৰাজ চাহাব আ ৰহেঁ হ্যায়।"

ৰামুকাকাই খবৰ দিয়াৰ লগে লগে কৰ্ণেল জোন্সৰ গাড়ী গেটৰ সম্মুখত ৰ'লহি। মহাৰাজ আৰু দেৱানজী আগুৱাই গ'ল। কৰ্ণেল জোন্সৰ ফালে চাই মহাৰাজ আচৰিত হৈ গ'ল। কালি আবেলি আৰু ৰাতিৰ ঘটনাৰ কোনো প্ৰতিচ্ছাপেই নাই তেওঁৰ মুখত। চিৰিৰে উঠি আহি মহাৰাজৰ লগত হেণ্ডচেক কৰি কলে, "থেঙ্ক ইউ ইওৰ হাইনেচ, থেঙ্ক ইউ ফৰ এভৰিথিং। আই এম চৰী এবাউট এমিলি। চী ইজ নট ওৱেল। চী কুড বী কাম।"

"কৰ্ণেল জোন্স গিভ আৱাৰ ৰিগাৰ্ডচ টু মেডাম। উই আৰ অলচো চৰী। হাৰ হাইনেচ টু ইজ নট ওৱেল এণ্ড চি কাণ্ট জয়েন আচ এট ব্ৰেকফাষ্ট।" অযোধ্যাপ্ৰসাদে কলে।

মহাৰাজে মাত্ৰ চাইছে কৰ্ণেল জোন্সক। কি আচৰিত। এয়া যেন এক নতুন মানুহ। সকলো ইংৰাজ কায়দা, নিয়ম কানুন, সকলো ব্ৰেকফাষ্ট টেবুলত কৰ্ণেল জোন্সে ঠিক ৰাখিছিল। এয়া এক অন্য কৰ্ণেল জোন্স। কেইটিমান মুহূৰ্তৰ কাৰণে কৰ্ণেল জোন্সৰ কথা ভাবি মহাৰাজৰ দুখ হ'ল। ভাবিছিল ব্ৰেকফাষ্ট টেবুলতে হয়তো কাজিয়া লাগিব। একোৱে নহল। নেপকিনেৰে মুখ মুছি কৰ্ণেল জোন্সে সুধিছিল, "হোৱাট এবাউট মাই চিকাৰ?"



অযোধ্যাপ্ৰসাদে উত্তৰ দিলে, "কৰ্ণেল জোন্স, ইট ইজ অল লেড আউট। উই গো দিচ ইভনিং ফৰ চিকাৰ।"

কৰ্ণেল জোন্সৰ লগতেই মহাৰাজ ফ্লেগ ষ্টাফহাউচলৈ অন্যান্য অতিথিসকলক বিদায় জনাবলৈ গ'ল। তেতিয়াও বহুতেই শুই আছে। যিসকল উঠিছে তেওঁ-লোকৰ অৱস্থা শোচনীয়। তেওঁলোকৰ চকুৰে মুখে ৰাতিৰ অত্যাচাৰৰ চিহ্ন প্ৰতীয়-মান। সকলোৱে ক্লান্ত, শ্ৰান্ত। একঘন্টামানৰ ভিতৰতেই সকলোৱে নিজ নিজ ৰাজ্যলৈ উভতি গ'ল। যোৱাৰ আগতে মহাৰাজক সকলোৱে ধন্যবাদ দিলে। ওচৰৰ কোঠাত ভুমুকি মাৰি মহাৰাজৰ গাটো শিয়ৰি উঠিল। দলিচাৰ ওপৰত নানা ৰকমৰ কদৰ্য ভঙ্গিমাৰে কেইবাটিও নগ্ননাৰীদেহ পৰি আছে।

সকলোৰে শেষত হিজ হাইনেচ মৌৰাণীপুৰ কুওঁৰ চমশেৰ সিং কোঠাৰ পৰা ওলাই আহিল। তেওঁৰ চকুদুটা ৰঙা। এই বৃদ্ধ বয়সতো নিজৰ ওপৰত যথেষ্ট অত্যাচাৰ কৰিছে। কুওঁৰ চাহেবক দেখি মহাৰাজে দুখ কৰিলে।

মহাৰাজক সাবট মাৰি ধৰি কুওঁৰ চাহেবে কলে, "মহাৰাজ বহুত বহুত চুকৰিয়া। আপনে তো গজব কৰ দিয়া কল ৰাত।"

"নহী কুওঁৰ চাহেব, সব আপলোগোঁ কী মেহেৰবাণী।"

"বহুত পী লিয়া কাল ৰাত। তবীয়ত কুছ খৰাব মালুম পড়তী হ্যায়। বহুত হেঙ্গওভাৰ হ্যায়।"

কুঁওৰ চাহেবৰ গাড়ী ফ্লাগষ্টাফ হাউচৰ পৰা ওলাই যোৱাৰ পিচত ঘৰটো যেন সঁচাকৈয়ে বহুখিনি শূন্য হৈ পৰিল।

ঘন হাবিত মানুহৰ ভৰিৰ শব্দ আৰু ঝি ঝি পোকৰ ঐক্যতানৰ বাহিৰে আন একোৱে শুনা যোৱা নাই। ঘিটমিটিয়া অন্ধকাৰত ওচৰৰ মানুহো দেখা নেযায়। হাবিৰ সেই নীৰৱতা ভঙ্গ কৰি মাজে মাজে শুনিবলৈ পোৱা গৈছিল নদীৰ পানীৰ শব্দ আৰু কেতিয়াবা দূৰৈৰ পৰা অহা বাঘৰ গৰ্জন। মহাৰাজৰ কাষে কাষে চলংপলং কৈ কৰ্ণেল জোন্স গৈ আছে।

সন্ধিৰা সময়তেই সকলোৱে চিকাৰ কেম্পলৈ আহিছিল। মহাৰাজৰ লগত আহিছে ৰামকাকা আৰু আনোখীৰ লগত শিৱেৰো। মিচেচ জোন্স শৰীৰৰ অসুস্থতাৰ অজুহাতত পুনৰ অনুপস্থিত। কৰ্ণেল জোন্সৰ লগত আছিল ফ্লাগ ষ্টাফ হাউচৰ বেয়াৰা—অনীচ্। ৰাতি নবজাত অনীচে আহি খবৰ দিছিল যে যদি মহাৰাজে কৰ্ণেল জোন্সক লৈ চিকাৰলৈ যাব খোজে তেন্তে এতিয়াই যোৱা উচিত, কাৰণ ইয়াৰ পিচত চাহাবৰ যোৱাৰ অৱস্থা আৰু নথাকিব। তেওঁ ইয়াৰ ভিতৰতে এক বটল হুইস্কি ডগ্ শেষ কৰিছে।

বহুকষ্ট কৰি মহাৰাজে কৰ্ণেলক বুজাই লৈ ওলাই গৈছে। লগত আন কাকো নিয়া নাই।

মাজ পথত ৰৈ হঠাত কৰ্ণেল জোন্সে কলে, "মহাৰাজ আই হ্বিয়াৰ এ টাইগাৰ্চ গ্ৰাউল।"

"বাট ইট ইজ ভেৰী ফাৰৱে।"

মতলীয়া কৰ্ণেল জোন্সক মাচানৰ ওপৰত তোলোতে মহাৰাজৰ যথেষ্ট কষ্ট হৈছিল। মাচানৰ ওপৰত উঠিয়েই কৰ্ণেল জোন্সে চিঞৰি উঠিছিল, "অনীচ্ ড্ৰিংক্ লাগাও।"

মৃদু হাঁহি মাৰি মহাৰাজে কলে, "কৰ্ণেল নো ড্ৰিঙ্ক অন দ্য মাচান।"

"হোৱাট ডুই ইউ মীন?"

"দে আৰ মাই অৰ্ডাৰচ। নাউ চীট কোৱাইট।"

'টুল হেল উইথ ইউ" কৰ্ণেল জোন্সে হতাশভাবে কলে। তাৰপিচত ঘন্টাৰ পিচত ঘন্টা অপেক্ষা। মহৰ কামোৰত কৰ্ণেল অতীষ্ঠ হৈ উঠিছে আৰু যেতিয়াই চিগাৰেট লগাব খুজিছিল মহাৰাজে চিগাৰেট মুখৰ পৰা কাঢ়ি লৈ পেলাই দি কৈছিল, "নো স্মোকিং অন দ্য মাচান।" মাচানৰ পৰা কিছু দূৰৈত বন্ধা মহটোৱে কাতৰ স্বৰে চিঞৰিছে আৰু দূৰৈৰ পৰা বাঘৰ গৰ্জন ভাঁহি আহিছে।

"এ টাইগাৰ মহাৰাজ, গেট ৰেডী।"

"ফৰ হেভেনচ চেক কীপ কোৱাইট।" মহাৰাজে তিক্ত ভাকে কলে। আৰু কেইঘন্টামান পাৰ হৈ গ'ল। তেতিয়া বোধহয় তিনিটা বাজিছে। খচ্খচ্ শব্দ এটা শুনা গ'ল। কৰ্ণেল জোন্সে ফুচফুচাই কলে "দেয়াৰ"। ইয়াৰ পিচত তেওঁ একোকে কব পৰা নাই। মহাৰাজে হাতেৰে তেওঁৰ মুখত চেপা দি ধৰিছে। এযোৰ চকু অন্ধকাৰত জ্বলি উঠিছে। 'কীল'ত বন্ধা মহতোৱে আৰ্তনাদ কৰি উঠিছে আৰু জঙ্গলৰ নীৰৱতা ভঙ্গ কৰি ভাঁহি আহিছে বাঘৰ বুকু কঁপোৱা হুঙ্কাৰ। মহাৰাজে কৰ্ণেল জোন্সক চিকুটি দিলে। নিচাতে কৰ্ণেল চমকি উঠি হঠাত ৰাইফেল দাঙি আৰু মহাৰাজে কিবা কোৱা বা কৰাৰ আগতেই অন্ধকাৰৰ বুক ভেদী কৰ্ণেল জোন্সৰ ফোৰ চেভেন ফাইভ নাম্বাৰ টু ৰাইফেল গৰজি উঠিল। লগে লগে মহাৰাজে স্পট লাইট জ্বলাইছে। মুহুৰ্ততে দেখা পালে বাঘটোৱে তীক্ষ্ণ আৰ্তনাদ কৰি অন্ধকাৰৰ মাজত অদৃশ্য হৈ গ'ল। মহাৰাজে বেচ বুজিলে বাঘৰ ভৰিত গুলি লাগিছে।

"ইউ ফুল, হোৱাট হেভ ইউ ডান?" কৰ্ণেল জোন্সৰ কলাৰত ধৰি সেই নীৰৱতাৰ মাজত চিঞৰি উঠিছিল।

"হোৱাট হেভ আই ডান?" কৰ্ণেল জোন্সে যেন একোৱেই হোৱা নাই এই ভাবে কলে, "ইউ মাষ্ট বী ডেড্ এজ এ ষ্টেন বাই নাউ."



"হাৱ ফুট, ইউ হেভ ইনজিয়োৰড্ ইট। এণ্ড ইউ নো, হোৱাট ইট মীনচ?"

"আই নো। বাট আই মাষ্ট হেভ কীলড হাৰ।"

"ইউ ইডিয়ট, ইউ হেভ নট্। দীচ মীনচ ফ্ৰম টুমৰো এনিৱান কামিং টু দ্য ফৰেষ্ট উইল বী এটেকড এণ্ড কীলড্ বাই দীচ্ ইনজিয়োৰড্ টাইগাৰ। ডু ইউ গেট মী?"

"ডোন্ট ব'দাৰ ইওৰ হাইনেচ। দ্য টাইগাৰ ইজ বাউণ্ড টু কাম টু দ্য কীল টুমৰো—-ইঞ্জুৰী অৰ নো ইঞ্জুৰী। আই উইল গেট ইট টুমৰো।"

ৰুদ্ৰপ্ৰতাপৰ খঙ তেতিয়া চৰম সীমা পাইছেগৈ। জপিয়াই কৰ্ণেলৰ কলাৰত ধৰিব খুজিছিল কিন্তু ঠিক সেই সময়তেই নীৰৱতা ভঙ্গ কৰি ঘোঁড়াৰ খুৰাৰ শব্দ শুনা গৈছে।

"হু ইজ ডেট।" কৰ্ণেলে শুধিলে।

"উইল ইউ কীপ ইয়োৰ মাউথ চাট ফৰ এ মোমেন্ট কৰ্ণেল?" বুলি কৈ মহাৰাজ খৰখেদাকৈ মাচানৰ পৰা নামি আহিল। ঘোৰাঁৰ পৰা নামিল অযোধ্যাপ্ৰসাদ।

"দেৱানজী আপ ইতনে ৰাত কো?" মহাৰাজে আচৰিত হৈ সুধিলে।

"মহাৰাজ আপোনাক মই কেতিয়াও বিৰক্ত নকৰিলোহেতেন। কিন্তু মৌৰাণীপুৰৰ পৰা খবৰ আহিছে। কুঁওৰ চমশেৰ সিং-ৰ অলপ আগতে হাৰ্ট এটেক হৈছে। আৰু তেওঁ আপোনাৰ নাম কেইবাৰমান লৈছে। মহাৰাণী শৰ্মিষ্ঠা দেৱীয়ে খবৰ পঠিয়াইছে কুঁওৰ চাহেবে যোলে আপোনাক এবাৰ চাব খোজে। অযোধ্যাপ্ৰসাদে এক উশাহতে কথাষাৰ কলে।

"দেৱানজী মোৰ বৈশাখী ক'ত?"

"মই লগত লৈ আহিছো মহাৰাজ।" লগে লগে বৈশাখীয়ে চিঁ হিঁ হিঁ হিঁ চিঞৰি উঠিল। মহাৰাজ বৈশাখীৰ ওপৰত উঠি বহিল। মুহুৰ্ততে তেওঁৰ চকুত পৰিল ভীত সন্ত্ৰস্ত কৰ্ণেল জোন্সক। "কৰ্ণেল জোন্স, এম গোইং ফৰ চাম আৰ্জেন্ট বিজনেচ। চিট হিয়াৰ এণ্ড গেট দ্য টাইগাৰ। উইল ইউ?"

চলংপলং কৈ কোনোমতে মাচানৰ পৰা নামি আহি কৰ্ণেল জোন্সে ভয়ত কলে, "নো ইওৰ হাইনেচ আই কান্ট ষ্টে হিয়াৰ এলোন। টেক মী টু মাই টেন্ট।"

"দেৱানজী, চাহেবক তেওঁৰ তম্বুত পহুছাই দিব আৰু আনোখীক কব মই মৌৰাণী-পুৰলৈ যোৱা বুলি। মই ৰাতিপুৱা উভটি আহিম। তেওঁ যেন একো নেভাবে।"

'মহাৰাজ আপুনি যাওঁকগৈ, মই সকলো ব্যৱস্থা কৰি দিম।" দেৱানজীয়ে কলে আৰু মহাৰাজ বৈশাখীক মৌৰাণীপুৰলৈ মেলি দিলে।

ৰাতিপুৱাই যেতিয়া তেওঁ মৌৰাণীপুৰ পাইছেগৈ তেতিয়া কুঁওৰ চমশেৰ সিং আৰু ইহলোকত নাই। যেতিয়া মহাৰাজ কুঁওৰ চাহেবৰ শয়নকক্ষ পাইছিলগৈ তেতিয়া কুঁওৰ চাহেব শেষ নিদ্ৰাত টোপনি গৈ আছে। সাজি-কাচি মহাৰাণী শৰ্মিষ্ঠা দেৱী মৃতদেহৰ কাষত বহি আছে। চকুত এটোপাল চকুপানীও নাই। মুখত মৃদু হাঁহি।

৯

ঘোঁৰাৰ খুৰাৰ শব্দত আনোখীৰ টোপনি ভাঙি গৈছিল। তাৰ পিচত আৰু টোপনি অহা নাই। কেৱল বিছনাত ইকাটি-সিকাটি কৰি আছে। শিৱোআপা তেতিয়া গভীৰ টোপনিত আচ্ছন্ন। কি ভাব হ'ল আনোখীৰ, হঠাত হামি কাঢ়ি কাঢ়ি তম্বুৰ বাহিৰলৈ ওলাই আহিল। কিছুদূৰ গৈ মহাৰাজৰ তম্বুৰ ভিতৰলৈ উঁকি মাৰি চালে। নাই, মহাৰাজ এতিয়াও চিকাৰৰ পৰা উভটি অহা নাই। ৰামুকাকাও গভীৰ টোপনিত মগ্ন। তেতিয়াও ৰাতিপুওৱা নাই। আকাশ বতাহত মাথো স্তিমিত পোহৰৰ ইঙ্গিত। দূৰৈত নদীৰ পানীৰ শব্দ শুনিবলৈ পাইছিল আনোখীয়ে। সেই শব্দই আনোখীক উন্মনা কৰিলে। মন্ত্ৰমুগ্ধৰ দৰে আনোখী নদীৰ ফালে আগুৱাই গ'ল। বেচ কিছু-সময় যোৱাৰ পিচত যেতিয়া আনোখী নদীৰ বালিচৰ পাইছেহি তেতিয়া ঠাণ্ডা ঠাণ্ডা অনুভৱ কৰিছে। ঠিক তেনে সময়তে নিজৰ শৰীৰ ফালে চাই দেখিলে ৰাত্ৰিবাসৰ বাহিৰে শৰীৰত তেওঁৰ একোৱে নাই। "ইয়হ্ আল্লাহ" বুলি দুহাতেৰে নিজৰ বুকুখন ধৰি দ্ৰুতপদক্ষেপেৰে তম্বুলৈ আগবাঢ়িছে।

মাচানৰ পৰা নিজৰ তম্বুলৈ উভটি আহি কৰ্ণেল জোন্সৰ টোপনি অহা নাছিল। নিচা কাটি যোৱাৰ পিচত বেচ বুজিব পাৰিছিল বাঘটোক তেওঁ আঘাত কৰিছে, আৰু এজন চিকাৰীৰ পক্ষে সেয়া যে কিমান লাজৰ কথা সেয়া তেওঁ ভালকৈ জানে। কিন্তু তেওঁৰ লাজ লগাৰ কাৰণ আৰু বেছি, কাৰণ চিকাৰী হিচাবে তেওঁৰ অসমৰ্থতা মহাৰাজ ৰুদ্ৰপ্ৰতাপৰ সন্মুখত প্ৰমাণিত হৈছে। এই দাম্ভিক, অত্যধিক আত্মবিশ্বাসী,



ওভাৰ কনফিডেন্ট, মহাৰাজৰ ওচৰত তেওঁ বাৰে বাৰে পৰাজিত হৈছে। কেনেকৈ এই মানুহজনক অপদস্থ কৰা যায়? কৰ্ণেল জোন্সে ভালকৈ জানে যে মহাৰাজ ৰুদ্ৰপ্ৰতাপ আৰু তেওঁৰ নতুন দেৱানজী দুজনেই ইংৰাজ বিদ্বেষী। কিন্তু কোনো প্ৰমাণ তেওঁৰ হাতত নাই। ও, পুৰনি দেৱান প্ৰণৱ লাহিড়ী হঠাৎ নোহোৱা হোৱাতো কেনে যেন ৰহস্যাবৃত। ঠিক আছে, কালিলৈ এই বিষয়ে লক্ষ্ণৌৰ ৰেচিডেন্সীলৈ ডেচপাচ্ পঠাব লাগিব। এটা এনকোৱাৰী হোৱা উচিত। ছটফটাই উঠিল কৰ্ণেল জোন্স তেওঁৰ বিছনাত আৰু নিজ মনে কৈ উঠিল, "আই উইল টীচ এ লেচন টু দিচ বাষ্টাৰ্ড।"

কৰ্ণেল জোন্স বিছনাৰ পৰা উঠিল। ৰাতিৰ চিকাৰৰ পোচাক সলনি নকৰাৰ কাৰণে নিজেই লাজ পালে। তম্বুৰ বাহিৰলৈ আহি মুকলি বতাহত নিশ্বাস ললে। তেওঁৰ স্ত্ৰী এমিলিৰ কথা মনত পৰিল। 'দ্য বীচ্' বুলি উচ্চাৰণ কৰি থুথু পেলালে। হঠাতে চকুত পৰিল তেওঁৰ কাৰণে থোৱা ঘোঁৰাটোলৈ। কি ভাবি তেওঁ ঘোঁৰাৰ ওপৰত উঠি বহি নদীৰ ফালে গ'ল।

সূৰ্যৰ প্ৰথম কিৰণ তেতিয়া পৰ্বতীয়া নদীৰ বালিচৰত পৰিছেহি। চিক্‌চিকাই উঠিছে বালিচৰ আৰু নদীৰ সৰু সৰু ঢেউ। লাজত তেতিয়া আনোখী তম্বুৰ ফালে দৌৰিছে। মাজপথতেই আনোখী থমকি ৰ'ল। দূৰৈৰ পৰা অহা ঘোঁৰাৰ শব্দ শুনি। মহাৰাজে বোধহয় তেওঁক বিচাৰি আহিছে। আনোখীৰ মুখত হাঁহি ফুটি উঠিল। উভটি ঘোঁৰাৰ শব্দ অহাৰ ফালে দৌৰিছে। আনোখী বেছিদূৰ যাব লগা নহল। হঠাত তেওঁ থমকি ঠিয় হল। এয়াতো মহাৰাজ নহয়। তেনেহ'লে এওঁ আকৌ কোন? সেই প্ৰশ্নৰ উত্তৰ তেওঁ নিজেই দিছে।—"এয়াতো সেই ফিৰিঙ্গীটো।" মুহূৰ্ততে আনোখী উভটি দৌৰিছে। অলপ দূৰ গৈছেহে এনেতে কৰ্ণেল জোন্সৰ ঘোঁৰা তেওঁৰ ওচৰত ৰ'লহি। আনোখীৰ চকুৰ পৰা চকুপানী ওলাল। বালিত যেন তেওঁৰ ভৰি দুখন সোমাই গৈছে। হাত-ভৰি থৰথৰকৈ কঁপিছে। নিজৰ হাত-দুখনেৰে বুকুখন সাবট মাৰি প্ৰাণপণে আকৌ দৌৰিবলৈ চেষ্টা কৰিছে। কিন্তু তাৰ আগতেই ঘোঁৰাৰ ওপৰত বহিয়েই এফালে হালি তেওঁৰ ককালত ধৰি হোঁ হোঁকৈ হাঁহি কলে, "গুড মৰ্ণিং কিউট লিটল গাৰ্ল—আই এম চৰী ইওৰ হাইনেচ।"

নিজকে প্ৰাণপণে এৰুৱাবলৈ চেষ্টা কৰি আনোখীয়ে কলে, "আদাব চাহাব।" তাৰপিচতেই আৰম্ভ হৈছিল কৰ্ণেল জোন্স আৰু আনোখীৰ দ্বৈত সংগ্ৰাম। নিমিষতে কৰ্ণেল জোন্সে ঘোঁৰাৰ পৰা নামি আনোখীক ধৰিছে। চিঞৰি উঠি আনোখীয়ে কৈছে, "চাহাব মুঝে ছোড় দিজিয়ে। খুদা আপকা ভালা কৰেগা। খুদা কে লিয়ে মুঝে ছোড় দিজিয়ে।"

"লীভ ইউ, ইউ বীচ্? বুলি কৈ কৰ্ণেল জোন্স আনোখীৰ ওপৰত জপিয়াই পৰিছে।

আনোখীয়ে যথা শক্তিৰে কৰ্ণেলৰ বাহুবন্ধনৰ পৰা ছিটিকি ওলাই আহিছে। আৰু সেই মুহূৰ্ততে কৰ্ণেল জোন্সে আনোখীৰ পাতল ৰাত্ৰিবাস টানি ধৰিছে। আনোখীৰ চকুৰ সমুখতে তেওঁৰ ৰাত্ৰিবাসৰ এক অংশ কৰ্ণেল জোন্সৰ হাতত বৈ গ'ল। ছিন্ন ৰাত্ৰিবাসৰ মাজেদি তেওঁৰ উন্নত বুকুখন ওলাই গ'ল। তেতিয়াও আনোখীয়ে কান্দি কান্দি তম্বুৰ ফালে দৌৰিছে। কেইমিনিটমান মুহূৰ্ত পলম হৈছিল কৰ্ণেল জোন্সৰ। আনোখীৰ বুকুৰ অংশৰ ৰাত্ৰিবাসৰ ফটা টুকুৰা জোন্সৰ হাতলৈ অহাত তেওঁ হোঁ হোঁৱাই হাঁহি উঠিছিল। আৰু সেই সময় খিনিয়েই আনোখীয়ে পাইছিল। পেলাই সাৰিবলৈ। আনোখী দৌৰিছে আৰু তেওঁৰ পিছে পিছে ৰক্তপিপাসু দানবৰ দৰে দৌৰিছে কৰ্ণেল জোন্স। হঠাতে উজুটি খাই আনোখী পৰি গ'ল। পৰি হাতভৰিৰ পৰা তেজ ওলাল। এক নিমিষতে আনোখীয়ে দেখিলে এটা শিলত খুন্দা খাই তেওঁ পৰি গৈছিল। এটা মুহূৰ্ত সময় পলম নকৰি তেওঁৰ সমস্ত শক্তি সঞ্চয় কৰি আনোখীয়ে দুহাতেৰে শিলটো উঠাই ললে। কৰ্ণেল জোন্স আৰু তেওঁৰ মাজত ব্যৱধান মাত্ৰ কেই ফুট মানৰ। আনোখীৰ দুচকুৰেদি ধাৰাসাৰে পানী ওলাইছে আৰু উন্মুক্ত জোঙা উত্তেজনাত উঠা-নমা কৰিছে। কোনো ফালে একো খবৰ নাই আনোখীৰ। শিলটো দুহাতেৰে লৈ আনোখী কৰ্ণেল জোন্সৰ ফালে আগুৱাই গ'ল।

"ইউ বীচ" বুলি কৰ্ণেল জোন্স পিছুৱাব ধৰিলে।

"ব্লাডি বাচ্‌টাৰড্‌"—মহাৰাজৰ মুখৰ পৰা শুনা গালিটো নিজৰ ইচ্ছামতে ইংৰাজীত সজাই আনোখী প্ৰাণপণে শিলটো মাৰি পঠিয়ালে। কৰ্ণেল জোন্স সেই মুহূৰ্ততে ফালৰি কাটি দৌৰি গৈ ঘোঁৰাত উঠি পলাইছিল। শিলটো বালিৰ ওপৰত পৰিল আৰু বালিৰ ওপৰত আনোখী কান্দোনত ভাগি পৰিল।

হঠাতে আনোখীৰ নিজৰ শৰীৰ আৰু বুকুৰ ফালে ফটা ৰাত্ৰিবাসৰ ফালে চকু পৰিল। বুকুখন সাৱট মাৰি ধৰি তম্বুৰ ফালে দৌৰিব ধৰিলে। সূৰ্য উঠিছে মাত্ৰ। তম্বুৰ ভিতৰত সোমাই নিজৰ বিচনাত পৰি মখমলৰ চাদৰখনেৰে নিজকে ঢাকি আনোখী কান্দোনত ভাগি পৰিল। চাদৰখন দাঙি নিজৰ ফালে চাওঁতেই তেওঁ চমকি উঠিল। তেওঁৰ বুকুৰ ওপৰত কৰ্ণেল জোন্সৰ নখৰ আচোৰে সাক্ষী থৈ গৈছে। শিব্বোআপা তেতিয়াও শুই আছে।

আনোখীৰ কান্দোনত শিব্বোআপাৰ টোপনি ভাগি গ'ল, "ৰোতি কিউ বেটী?" বিচনাৰ ওচৰলৈ গ'ল। চকুৰ পানী মচি আনোখীয়ে কলে, "আপা দেৱানজীকো বুলাও, হম্‌ ৱাপচ্‌ জায়েঙ্গে মহল মে?"

"কিউ, অভী তো চিকাৰ খতম ভী নহী হুৱা?"

"আপা, বহচ্‌ (তৰ্ক) মত কৰো। দেৱানজীকো বুলাও। ময় ইচী ৱাক্ত ৱাপচ্‌ জাউঙ্গী।" খঙত আনোখীয়ে চিঞৰি কলে।



কিছুসময় পিচত দেৱান অযোধ্যাপ্ৰসাদ অহাত আনোখীয়ে তেওঁক ক'লে, "আমি সূৰ্যমহললৈ উভটি যোৱাৰ ব্যৱস্থা কৰি দিয়ক।"

দেৱানজীয়ে কলে, "আপুনি যোৱাৰ ব্যৱস্থা দহমিনিটৰ ভিতৰতে হ'ব, কিন্তু মহাৰাজতো দেখোন এতিয়াও উভটি নাহিল।"

"মহাৰাজৰ চিকাৰ জানো এতিয়াও শেষ হোৱা নাই?" আনোখীয়ে সুধিলে।

দেৱানজী আনোখীৰ অনুমতি লৈ তম্বুৰ ভিতৰলৈ সোমাই আহিল। ইমান সময় তম্বুৰ বাহিৰতে আছিল। "ইয়োৰ হাইনেচ মহাৰাজ ইয়াত নাই। তেওঁ ৰাতিপুৱাই গুচি গৈছে।"

"কলৈ আৰু কিয়?"

অযোধ্যাপ্ৰসাদে তেতিয়া সকলো কথা আনোখীক কলে—কেতিয়া ৰাজবাতি মৌৰাণীপুৰৰ খবৰ আহিছিল আৰু মহাৰাজ ৰাতিপুৱাই ঘোঁৰাত তালৈ যাত্ৰা কৰাৰ কথা।

আনোখীয়ে কলে, "যিয়ে নহওঁক, শিব্বোআপা আৰু মোৰ উভটি যোৱাৰ ব্যৱস্থা কৰি দিয়ক।"

"সেয়ে হব। আপুনি সাজু হৈ লওঁক।"

"মই সাজু।"

কিছুসময় পিছত দেৱানজীয়ে পঠোৱা গাড়ীত আনোখী আৰু শিব্বোআপা সূৰ্যমহললৈ উভতি গ'ল। মহল পায়েই আনোখী কোঠাত সোমাই কোঠাৰ দুৱাৰ বন্ধ কৰি দিলে। বহুবাৰ শিব্বো আপাই দুৱাৰত শব্দ কৰিছিল কিন্তু আনোখীয়ে হলে দুৱাৰ খুলি নিদিলে। আয়নাৰ সন্মুখত থিয় হৈ তেওঁৰ বুকুৰ দাগ—জানোৱাৰৰ এটাই দিয়া নখৰ দাগ চাইছে আৰু ঘৃণা হৈছে নিজৰ ওপৰত। গাধোৱা ঘৰত সোমাই বাৰে বাৰে ধুইছে তথাপিও যেন ভাব হৈছে তেওঁৰ শৰীৰ যেন পাপত ডুব গৈছে।

আনফালে তেতিয়া মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং কুঁওৰ চমশেৰ সিঙৰ অন্ত্যেষ্টিক্ৰিয়া লৈ ব্যস্ত। শৰ্মিষ্ঠা দেৱীক কতো বিচাৰি পোৱা নাই আৰু বিচাৰি পোৱা নাই ষ্টেটৰ নতুন দেৱান মাচুক আলীক। বহুদিনৰ বন্ধু হিজ হাইনেচ মৌৰাণীপুৰ। তেওঁৰ স্ত্ৰী বা দেৱানজীৰ অনুপস্থিতিত হয়তো বহুতো কথা হ'ব। বহু স্কেণ্ডেল বিয়পাৰ সম্ভাবনা। সেই সকলো ভাবি মহাৰাজ ৰুদ্ৰপ্ৰতাপে সকলো ব্যৱস্থাৰ ভাৰ নিজৰ হাতত তুলি ললে। তেওঁৰ মৃত বন্ধুৰ কাৰণে এইখিনি কৰ্তব্য পালন কৰাতো তেওঁৰ নিশ্চয় উচিত হ'ব। কুঁওৰ চাহেবক ৰাজকীয় সন্মানেৰে দাহ কৰা হল। নিঃসন্তান তেওঁ, আত্মীয় স্বজনৰ অনুপস্থিতিত মহাৰাজ ৰুদ্ৰপ্ৰতাপেই মুখাগ্নি কৰিব লগীয়া হ'ল। মৌৰাণীপুৰৰ ভৱিষ্যতৰ কথা মহাৰাজৰ চিন্তা হল। পিচত ভাবিলে, যাওক, মোৰ

কি? কুঁওৰ চাহেবৰ লগত বন্ধুত্ব আছিল। সেই কাৰণে মই মোৰ কৰ্তব্য কৰিছোঁ, এতিয়া চলাওঁক ৰাজ্য শৰ্মিষ্ঠা দেৱী আৰু দেৱান মাচুক আলীয়ে।

সকলো কাম শেষ কৰি ভোকাতুৰ, শ্ৰান্ত, ক্লান্ত ৰুদ্ৰপ্ৰতাপ সিঙ যেতিয়া গেষ্ট হাউচলৈ উভটি আহে তেতিয়া ৰাতি প্ৰায় আঠ বাজিছে। কালি গোটেই ৰাতি আনোখী অকলে আছিল। তাৰপিচত চিন্তা হ'ল কৰ্ণেল জোন্সৰ দ্বাৰা আহত হোৱা বাঘটোৰ কথা ভাবি। বাঘটোৰ ভৰিত গুলি লাগিছিল। ভোক নেলাগিলে বাঘে কোনো জানোৱাৰ বধ নকৰে। কালি ৰাতি ভোকাতুৰ হৈয়ে খুটিত বন্ধা কীলৰ কাৰণে আহিছিল। ভোকতো নপলালেই অথচ আহতহে হয়তো এতিয়া লেকেচিয়াই ফুৰিছে। নিশ্চয় বাঘটো ভয়ানক হৈ উঠিছে। ৰাতিপুৱা গড়নৰসিংহগড়ৰ ওচৰে-পাজৰে থকা বহতেই যায় হাবিলৈ কাঠ আৰু মৌ আনিবলৈ। তাৰ ভিতৰত নিশ্চয় দুই এজন বাঘৰ কবলত পৰিব। দুঃশ্চিন্তাত মহাৰাজ ছটফটাই উঠিল। তেওঁৰ পিন্ধনত তেতিয়াও হান্টিং ব্ৰিচেচ।

একো খবৰ নিদিয়াকৈ মহাৰাজ বৈশাখীক লৈ গড়নৰসিংগড়লৈ বুলি যাত্ৰা কৰিলে। চহৰ অভিমুখে আহি থাকোতে ভাবিলে হাবিৰ ফালে যাব নে সূৰ্যমহলৰ ফালে যাব। কালিৰ পৰা সেই একে কাপোৰকে পিন্ধি আছে। নিজকে কিবা লেতেৰা লেতেৰা লাগি আছে। ভাবিলে হয়তো ইমানসময়ে কৰ্ণেল জোন্সে আৰু এবটল স্লেক ডগ্ খাই মাচানত বহিছে। কি যে কেলেঙ্কাৰী কৰি বহে একো ঠিক নাই। তাৰ উপৰি হয়তো আনোখীয়ে তেওঁৰ কাৰণে অপেক্ষা কৰি আছে। নাই, হাবিৰ ফালেই যোৱা যাওঁক। আকৌ পিচ মুহূৰ্তত কিবাভাবি বৈশাখীক চহৰৰ ফালে মুখ কৰি আগবাঢ়িল। অলপ ফ্ৰেচ হৈয়ে যোৱা ভাল হ'ব। বাঘটো আহিলেও ৰাতি বাৰবজাৰ আগতে নাহে।

সূৰ্যমহলৰ ওচৰ পাওঁতেই মহাৰাজ চমকি উঠিল। মহলটো যেন কিবা নিষ্প্ৰভ। কিবা যেন নিমাত, নিতাল। ও, ৰামুকাকাও কেম্পত। বৈশাখীক আস্তাবলত থৈ মহাৰাজ গট্ গট্‌কৈ নিজৰ শয়নকক্ষৰ ফালে আগবাঢ়ি গ'ল। কোঠাটো অন্ধকাৰ। কোঠাৰ ভিতৰত সোমাব গৈ বন্ধ দুৱাৰত ৰুদ্ৰপ্ৰতাপে খুন্দাখালে। অন্ধকাৰত খেপিয়াই চাই দেখিলে নাই বাহিৰততো তলা লগা নাই। ভিতৰৰ পৰা কেনেকৈ দুৱাৰ বন্ধ হ'ল? দুই এবাৰ ঢকিয়াই চাই মহাৰাজে দেখিলে একো লাভ নাই। বন্ধ দুৱাৰ বন্ধই থাকিল।

"ষ্ট্ৰেঞ্জ!" বুলি কৈ মহাৰাজ চাৰভেন্ট কোৱাটাৰ্চৰ ফালে যাব খোজোতেই শব্দতো ভাহি আহিল। দুৱাৰত কাণ থৈ শুনিলে কোনোবাই কান্দিছে। সেই কান্দোন কিমান বেদনাময় সেয়া বুজাত তেওঁৰ কষ্ট নহ'ল। আৰু এই কান্দোনতো তেওঁৰ অতি পৰিচিত। এই কান্দোন আজি প্ৰায় চাৰিমাহমানৰ পৰাই শুনিছে।



"আনোখী, দৰওৱাজা খোলো, ম্য আ গয়া হুঁ" বুলি আকৌ দুৱাৰত খুন্দা মাৰিছে। কান্দোন বাঢ়ি গৈছে। আৰু মহাৰাজৰ কাণত আনোখীৰ প্ৰলাপ আহি পৰিছে—"চাহাব মুঝে ছোড় দিজিয়ে। খুদা কে লিয়ে মুঝে ছোড় দিজিয়ে। খুদা আপকা ভালা কৰেগা।"

"আনোখী!" বুলি মহাৰাজে এক প্ৰচণ্ড গোৰ মাৰিছে আৰু অতি প্ৰাচীন ঐতিহাসিক দুৱাৰ সশব্দে খুলি গৈছে। মহাৰাজে নিজকে চম্ভালিব নোৱাৰি হৰমুৰকৈ ভিতৰৰ দলিচাৰ ওপৰতে পৰিছেগৈ। ক'ৰবাত লাগি ওঁঠ কাটি তেজ ওলাইছে।

আনোখীৰ প্ৰলাপ তেতিয়াও শুনা গৈছে, "আলীজাঁ, ৰামুকাকা, শিব্বোআপা মুঝে বাচাওঁ, মুঝে বাচাও।" হতভম্বৰ দৰে মহাৰাজ এক মিনিট সময় মনে মনে থাকিল। তাৰপিচত দৌৰি গৈ কোঠাৰ সকলো পোহৰ জ্বলাই দিছে। গোটেই কোঠালিটো পোহৰত জলমলাই উঠিছে আৰু আনোখী চিঞৰ মাৰি বিচনাৰ পৰা উঠিছে "ইয়া আল্লাহ।"

দৌৰি গৈ মহাৰাজে আনোখীৰ কান্ধ জোকাৰি সুধিছে, "বেগম, ম্যয় হুঁ। পৰ তুম ইহা ইচ ওৱাক্ত? তুম তো কেম্প মে থী তুম নীদ মে কে বক্ ৰহীহো? বোলো আনখী বোলো?"

হঠাতে যেন আনোখীৰ জ্ঞান আহিল। তেওঁৰ চকুত স্বাভাৱিক দৃষ্টি উভটি আহিল। ৰাউচি জুৰি কান্দি আকৌ বিচনাত বাগৰি পৰিল। মহাৰাজে আকৌ বিচনাৰ ওচৰলৈ আহি আনোখীৰ দুয়োখন গাল হাতেৰে তুলি ধৰি কলে, "আনোখী ক্যায়া হুৱা তুম্‌কো?"

মহাৰাজৰ ওঁঠৰ পৰা তেজ বৈ আছে। তেজ দেখি আনোখী চমকি উঠিছে। "আলীজাঁ ইতনা খুন?" নিজৰ হাত দুখন মহাৰাজৰ মুখলৈ আগবঢ়াই দিছে। মহাৰাজে হাত দুখন জোৰকৈ আতৰাই দি সুধিছে, "আনোখী, মেৰে চৱালকা জৱাব নহী আয়া। ইয়ে চব ক্যায়া হায়? তুম ক্যায়া বক ৰহী হো। তুম্‌হে ক্যায়া হো গয়া আনোখী? তুম ইহাঁ কিউ। কেম্পমে কিউ নহী?"

"আপকো চৱালকা জৱাব চাহিয়ে না মহাৰাজ?"

"হাঁ, মেৰে চৱালকা জৱাব দো আনখী।"

"অভী লিজিয়ে জৱাব আলীজাঁ" বুলি আনোখী বিচনাৰ পৰা উঠি তেওঁৰ সকলো কাপোৰ খুলি পেলাইছে আৰু দুই উন্নত নিপটোল বুকু দুই হাতেৰে ধৰি মহাৰাজক দেখুৱাই কৈছে, "ইয়ে ৰহা মেৰা জৱাব মহাৰাজ। অৱতো আপ খুচ হ্যায় না?"

আনোখীৰ দুই বুকুৰ ওপৰত দুটি ৰক্তাক্ত ৰেখা দেখা গৈছে।

"আনোখী!" হাঁহাকাৰ কৰি উঠিছে মহাৰাজ। আৰু তাৰ পিচত মুখৰ পৰা মাত্ৰ দুটা কথাই ওলাইছে—"কৌন আনোখী?"

"ৰহী ফিৰিঙ্গী!" মহাৰাজে বোধহয় গোটেই কথা নুশুনিলে। দৌৰী গল শয্যাৰ ফালে। তাতেই থোৱা আছিল মখমলেৰে মেৰুৱা তলোৱাৰখন। আনোখীয়ে কিবা কোৱাৰ আগতেই তলোৱাৰখন তুলি লৈছে। কোঠাৰ গোহৰত জলমলাই উঠিছে সেই তৰোৱাল। ৰাজপুতৰ তলোৱাৰ, তেজ পাণ নকৰাকৈ যি তৰোৱাল খাপত নোসোমায়। কিন্তু সেয়াতো বহু পুৰণি ইতিহাসৰ কথা। আজি কালিও জানো সেয়া হয়? তেতিয়া ৰুদ্ৰপ্ৰতাপ তলোৱাৰখন লৈ আস্তাৱললৈ দৌৰিছে।

প্ৰভুৰ হাতৰ স্পৰ্শ পাই বৈশাখী তজবজাই উঠিছে। খোলা তলোৱাৰ হাতত লৈ মহাৰাজ পিঠিৰ ওপৰত উঠি বহিল। তেতিয়া সূৰ্যমহলৰ শোৱণী কোঠাৰ পৰা আনোখীৰ কান্দোন ভৰা মাত শুনা গৈছে, "আলীজাঁ ৰুক জাইয়ে। খুদা কি কচম ৰুক্ জাইয়ে।" বৈশাখী তেতিয়া সূৰ্যমহলৰ ফটকৰ বাহিৰত। মাত্ৰ শুনা গৈছে ঠপা ঠপ্—ঠপা ঠপ্—ঠপা পৃঠ শব্দ।

চহৰৰ ঘন্টাঘৰত ৰাতি তেতিয়া এঘাৰটাৰ শব্দ। হাবিৰ মাজত সোমাই মহাৰাজ ঘোঁৰাৰ পৰা নামিল। অন্ধকাৰত তেওঁৰ তলোৱাৰখন চিকমিকাই উঠিছে। বৈশাখীক বান্ধি তেওঁ মাচানৰ ফালে আগুৱাই গ'ল। অলপ দূৰৈৰ পৰা দেখা পালে কৰ্ণেল জোন্স চলংপলংকৈ তেওঁৰ ৰাইফল ফ'ৰ ছেভেন ফাইভ লৈ মাচানত উঠিব খুজিছে।

"কৰ্ণেল ওৱান মোমেন্ট" মহাৰাজে ক'লে।

"ইয়েচ ইওৰ হাইনেচ" বুলি কৰ্ণেল জোন্স উভটি থিয় হল। আৰু সেই মুহূৰ্ততে মহাৰাজ ৰুদ্ৰপ্ৰতাপে খোলা তলোৱাৰখন কৰ্ণেল জোন্সৰ বুকুত বহুৱাই দিলে।

"ইউ বাষ্টাৰ্ড।" বুলি কৈ মাচানৰ তলৰ মাটিত কৰ্ণেল বাগৰি পৰিল। আৰু তলোৱাৰখন বুকুৰ পৰা উলিয়াই সমগ্ৰ বননি কঁপাই মহাৰাজে কলে, "ইউ বাষ্টাৰ্ড!" ছিটিকি পৰা তেজত মহাৰাজৰ কাপোৰ ৰঙা হৈ পৰিল। আকৌ মহাৰাজে হাঁহিলে। আনোখীয়ে কৈছিল "ইতনা খুন।"

আকাশৰ পৰা আৰু হাবিৰ গছ গছনিৰ বাহিৰে এই ৰাতিৰ হত্যাকাণ্ডৰ কোনো সাক্ষী নেথাকিল। প্ৰণৱ লাহিড়ীৰ মৃত্যু বহুখিনি এক্সিডেন্ট বুলি ক'ব পৰা যায় কিন্তু কৰ্ণেল জোন্সৰ মৃত্যু? এয়া লুকাই ৰখা হয়তো মুচকিল হ'ব। যি হয় হ'ব। ৰাজপুতৰ তলোৱাৰে তেজৰ স্পৰ্শ পালে। এইবাৰ অনায়াসে খাপলৈ উভটি যাব পাৰে। নিজৰ কাপোৰত তলোৱাৰৰ তেজখিনি মচি পেলালে। তেওঁৰ ওঁঠৰ পৰা তেতিয়াও তেজ ওলাই আছে। প্ৰথম কাম এই তলোৱাৰখন আতঁৰাব লাগিব। তাৰ-পিচত এইবোৰ তেজলগা কাপোৰ খুলি পেলাব লাগিব। বৈশাখীক য'ত বান্ধি থৈছিল তাতেই বন্ধা থাকিল। মহাৰাজ সাৱধানে তম্বুলৈ আহিল। আহি সৰুকৈ মাতিলে—'ৰামুকাকা, ৰামুকাকা।'

"কৌন হ্যায়"—হঠাৎ টোপনি ভাঙি যাওঁতেই ৰামুকাকা চমকি উঠিল। নিজৰ



ওঁঠৰ ওপৰত আঙুলি ৰাখি তেওক মনে মনে থাকিবলৈ কলে। ৰামুকাকাই যেন এক ভয়ানক সপোন দেখিছে। মহাৰাজৰ চেহেৰা দেখি চমকি উঠি প্ৰায় তম্বুৰ ভিতৰলৈ টানি আনিলে। মহাৰাজৰ গোটেই শৰীৰত তেজ। তলোৱাৰখনতো তেতিয়া তেজ লাগি আছে। ৰামুকাকাৰ বুজিবলৈ সময় নেলাগিল। আৰু এবাৰ তেওঁ প্ৰভুভক্তিৰ প্ৰমাণ দিব লাগিব। মনে মনে কলে "দূৰ্গা মাইয়া মুঝে ক্ষমা কৰণা" মাত সৰু কৰি কলে।

"কৌন মহাৰাজ?"

"কৰ্ণেল জোন্স।" মহাৰাজে ফুচ্‌ফুচাই কলে। আৰু কোনো প্ৰশ্ন ৰামুকাকাই কৰা নাই। কৰাৰ প্ৰয়োজনো তেওঁৰ নাই। খৰধৰকৈ মহাৰাজক নতুন হান্টিং ব্ৰিচেচ উলিয়াই দিছে। মহাৰাজে মুখ হাত ধুলে। ওঁঠৰ পৰা ওলোৱা তেজ তেতিয়ালৈ বন্ধ হৈ গৈছে।

ৰামুকাকা, এই তলোৱাৰ এতিয়াই সূৰ্যমহললৈ লৈ যাব লাগিব। শোৱণীকোঠাৰ তলঘৰত ইয়াৰ খাপ আছে। ৰাতিপুৱাৰ আগতেই যেন খাপৰ ভিতৰত এই তলোৱাৰ থাকে।"

"কিন্তু তাৰ আগতে চাহেবৰ মৃতদেহৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব ইওৰ হাইনেচ।" চমকি ঘূৰি মহাৰাজ আৰু ৰামুকাকা ঠিয় হল। তম্বুৰ পৰ্দা তুলি মৃদু হাঁহি মাৰি অযোধ্যাপ্ৰসাদ সোমাই আহিল।

"দেৱানজী আপ?"

মহাৰাজ এয়া আৰ্গুমেন্ট বা কাজিয়া কৰাৰ সময় নহয়। আমাৰ হাতত বেছি সময় নাই। আপুনি মোৰ লগত আহক। যি পথৰ বা কাষৰ পৰা জঙ্গললৈ অহাৰ পথ ওলাইছে আমি তালৈকে যাওঁ। ৰামুকাকাই বৈশাখীক লৈ তালৈকে আহক। মই আৰু ৰামুকাকা আকৌ তম্বুলৈ উভটি আহিম। ও, যোৱাৰ আগতে আপুনি পয়েন্ট ফ'ৰ চিক্স ফাইভ লৰলৈ নেপাহৰিব। ৰামুকাকা তম্বুত যেনেকৈ শুই আছিল তেনেকৈ থাকিব। মই মোৰ গাড়ীত থৈ দিম সেই তলোৱাৰ আৰু আকৌ উভটি আহিম সেই ৰাষ্টাৰ মূৰলৈ। মই অহাৰ লগে লগে আপুনি বৈশাখীক লৈ পোনে পোনে মাচানৰ ফালে যাব। আপুনি যোৱা পাঁচমিনিট পিচত মই মোৰ গাৰীলৈ ৰাওনা হ'ম।

"হোৱাই অল দিচ্ দেৱানজী?"

"টু চেভ ইয়োৰ স্কীন। এক পলিটিকেল এজেন্টৰ হত্যা ইজ নো জোক্। কিছু সময় পিচতেই ৰাতিপুৱাব। আৰু আপুনি যেতিয়া ঘোঁৰা দৌৰাই হাবিৰ ফালে যাব, ওচৰৰ গাঁৱৰ মানুহে আপোনাক দেখা পাব। তেওঁলোকে ভাবিব আপুনি হাবিৰ ফালে চিকাৰৰ কাৰণে গৈছে। ডু ইউ গেট মী?"

"কিন্তু তলোৱাৰৰ কি হব?"

"মহাৰাজ মই নিজে ৰাজপুত নহলেও আপোনালোকৰ ৰীতি বেৱাজ সকলো জানো। সূৰ্য উঠাৰ আগতেই তলোৱাৰ তলঘৰ পাচগৈ, খাপৰ ভিতৰত সোমাবগৈ।"

মহাৰাজে দ্বিতীয়বাৰ কোনো কথা নকলে। নিঃশব্দে তেওঁ আৰু দেৱানজী তম্বুৰ পৰা ওলাই গৈছে আৰু তাৰপিচত বৈশাখীক লৈ ৰামুকাকাও তেওঁলোকক অনুসৰণ কৰি আহিছে। ৰাস্তাৰ মূৰলৈ আহি বৈশাখীৰ লগাম ৰামুকাকাই মহাৰাজৰ হাতত দি দেৱানজীৰ সৈতে উভতি গৈছে। কিছুসময় পিচত দেৱানজীৰ গাড়ীৰ হেডলাইট দেখা গৈছে। দেৱানজীৰ ইঙ্গিতত মহাৰাজে ঘোঁৰা জোৰে দৌৰাই দিলে। দেৱানজীৰ গাৰী ঘূৰিল। মহাৰাজে বুজিলে তেওঁৰ গাৰী পিছে পিছে আহি আছে। মাচানৰ পৰা অলপ দূৰৈত এডাল গছত বৈশাখীক ৰান্ধিলে। অলপ পিচতেই দেৱানজীৰ গাৰী ৰোৱাৰ শব্দ শুনিলে। দেৱানজী ওচৰত ঠিয় হৈ কলে, "ব'লক ইওৰ হাইনেচ।"

একো কথা নোকোৱাকৈ মহাৰাজ মাচানৰ ফালে আগুৱাই গ'ল। তলত পৰি আছে কৰ্ণেল জোন্সৰ দেহ। ওচৰত পৰি আছে খালি বটল গিলাচ, ট্ৰে আৰু চোডাৰ বতল। "এইবোৰ কি দেৱানজী? এয়াতো কিছু সময় আগতে নাছিল?"

"এভিডেন্স ইওৰ হাইনেচ।"

"বাট দেৱানজী, হোৱাট আৰ ইউ আপ টু? আপুনি কি কৰিব খুজিছে? মৃতদেহ আঁতৰোৱাৰ কি ব্যৱস্থা কৰিছে?"

"ইওৰ হাইনেচ মৃতদেহ আঁতৰোৱা নেযাব। আঁতাৰালে বহু প্ৰশ্নৰ সম্মুখীন হব লাগিব।"

"তেনেহলে?"

"মই নেজানো মহাৰাজ। আই এম প্ৰেইং। চামথিং উইল হেপেন। ইট মে হেপেন, ইট মে নট। বাট ইট কুড্ হেপেন। আই এম কীপিং মাই ফিঙ্গাৰ ক্ৰচড্।"

"কিন্তু কি হব দেৱানজী? হোৱাট কুড্ হেপেন?"

ঠিক সেই সময়তে আকাশ বতাহ কঁপাই এক ক্ৰুদ্ধ কিন্তু যন্ত্ৰণাবিদ্ধ বাঘৰ প্ৰচণ্ড গৰ্জন শুনা গ'ল।

"মহাৰাজ ষ্টেপ বেক্"। বুলি কৈ দেৱানজীয়ে মহাৰাজক প্ৰায় টানি টানি মাচানৰ ওপৰলৈ লৈ গৈছে। বিজুলীৰ দৰে বাঘটো আহিছে। বোধহয় এক চেকেণ্ডৰ কাৰণে জোন্সৰ মৃতদেহৰ সম্মুখত বৈছে। তাৰপিচত মাটিত নেজৰ আচাৰ মাৰি বিকট চিঞৰ মাৰি নিমিষতে কৰ্ণেলৰ মৃতদেহৰ ডিঙি চেপি ধৰি দিছে এক জাপ।

"মহাৰাজ, ফায়াৰ, ফৰ হেভেন্স চেক্ ফায়াৰ।"

"জী দেৱানজী।"

দেৱানজীয়ে এক লহমাতে মহাৰাজৰ হাতৰ পৰা পয়েন্ট ফ'ৰ ছিকচ্ ফাইভ কাঢ়ি



লৈ বাঘটো পলোৱাৰ ফালে ফায়াৰ কৰিছে আৰু তাৰপিচত হাঁহি কৈছে, "মহাৰাজ; ইট হেজ হেপেণ্ড।"

"হোৱাট হেজ হেপেণ্ড, দেৱানজী?

মৃদু হাঁহি মাৰি অযোধ্যাপ্ৰসাদে কলে, "এ ড্ৰাঙ্কেন কৰ্ণেল জোন্স জাম্পড্ ফ্ৰম দি মাচান টু কীল দি টাইগাৰ। হি ৱাজ টু লেট্। দ্য টাইগাৰ গট্ হিম। ইউ ফায়াৰড টু চটচ্ বাট বাই ডেট টাইম দ্য টাইগাৰ হেড কেৰেড হিম এওৱে।"

"মই একোকে বুজিব পৰা নাই দেৱানজী।" মহাৰাজে আচৰিত হৈ কলে।

"বুজি পোৱাৰ কি আছে মহাৰাজ? ইট ইজ ভেৰি চিম্পল। খুব সহজ। কৰ্ণেল জোন্সে প্ৰচুৰ মদ্যপান কৰিছিল, প্ৰমাণ সেই খালি হৈ পৰি থকা স্লেক ডগৰ বটল আৰু চাৰিওফালে পৰি থকা গিলাচ আৰু চোডাৰ বটল আৰু ট্ৰে। মত্ত অৱস্থাত আপোনাক ঘোচা মাৰিছে, আপোনাৰ ওঁঠ ফাটি তেজ ওলাইছে। আৰু বাঘৰ গৰ্জন শুনি আপুনি বাধা দিয়া সত্বেও গছৰ পৰা নামিছিল আৰু আপুনি বন্দুক চলোৱাৰ আগতে বাঘে তেওক আক্ৰমণ কৰিছিল। আপুনি দুবাৰ ফায়াৰ কৰি বাঘটোক মাৰিবলৈ চেষ্টা কৰিছিল। বাট দ্য টাইগাৰ ওৱাজ ভেৰী ফাষ্ট। এইবাৰ বুজিলে মহাৰাজ।" যেন একোৱেই হোৱা নাই এনেভাৱ দেখুৱাই দেৱানজীয়ে সুধিলে।

মহাৰাজে কেইটিমান মুহূৰ্ত অবুজ এক ভাষাহীন দেৱানজীৰ ফালে চাই থাকিল আৰু লগে লগে দুই চকুৰ পৰা পানী পৰিবলৈ ধৰিলে। "নো নো মহাৰাজ, দিচ ইজ নো টাইম ফৰ চেন্টিমেন্টচ্। এই খিনি সময় ভাবপ্ৰৱণতাৰ সময় নহয় মহাৰাজ। এতিয়াও আমাৰ বহু কাম বাকী আছে। লক্ষ্ণৌ ৰেচিডেন্টলৈ টেলিগ্ৰাম পঠিয়াব লাগিব।"

"কি টেলিগ্ৰাম পঠিয়াব লাগিব দেৱানজী?"

"যি সত্য সেয়াই পঠিয়াম। ৰিগ্ৰেট টু ইনফৰম ইউ কৰ্ণেল জোন্স কিলড্ বাই টাইগাৰ। নো ট্ৰেচ অফ দি বডি চো ফাৰ। প্ৰে, কাম চুন ফৰ এনকোৱাৰী, এণ্ড ৰিপোৰ্ট।" দেৱানজীয়ে ক'লে।

"আৰু কি কাম আছে দেৱানজী?"

"তলোৱাৰ খাপত থব লাগিব সূৰ্য উঠাৰ আগতে। ব'লক মহাৰাজ।"

সূৰ্য মহলত তেতিয়াও সূৰ্যৰ কিৰণ পৰাহি নাই।

আনোখী গোটেই ৰাতি মহাৰাজৰ অপেক্ষাত আছে, টোপনিৰ আবেশত তলঘৰত কোনোবা ঘূৰিফুৰা যেন পাইছে। সপোন বুলি ভাবি আনোখী আকৌ শুই পৰিছে। সূৰ্যৰ পোহৰ যেতিয়া খিৰিকীয়েদি আহি তেওঁৰ মুখত পৰিছেহি, তেতিয়া তেওঁৰ টোপনি ভাঙি গৈছে। কাষত মহাৰাজ শিশুৰ দৰে শুই আছে। চকুৱে মুখে অপৰূপ প্ৰশান্তি।

তেনেহলে পৰহি আৰু কালি ৰাতি যি ঘটিছে সেয়া জানো দুঃস্বপ্ন? কিন্তু তেওঁৰ বুকুৰ সেই তেজৰ দাগ? আৰু মহাৰাজৰ তলোৱাৰ লৈ সেই ওলাই যোৱা?

মহাৰাজক সাৱট মাৰি ধৰি পুনৰ শুই পৰিল।

ৰাতিপুৱা ন বাজোতেই সাক্ষাৎ যমদূতৰ দৰে দেৱানজী আহি উপস্থিত।

"ব'নক মহাৰাজ, সোনকালে ওলাওক।"

"কলৈ যাব লাগিব দেৱানজী?"

"ফ্লেগ ষ্টাফ হাউচলৈ।"

"কিয়?"

"মহাৰাজ আপুনি সকলো পাহৰি গৈছে। মিচেচ জোন্সক কনডোলেন্স জনাব লাগিব।"

ফ্লেগ ষ্টাফ হাউচলৈ গৈযি কোৱাৰ প্ৰয়োজন, সেয়া দেৱানজীয়ে মিচেছ জোন্সক কৈছিল। কিছুসময় পিচত মিচেচ জোন্স কোঠাৰ পৰা ওলাই আহি মহাৰাজৰ হাতত ধৰি কলে, "গুড মৰ্ণিং ইওৰ হাইনেচ্"

"গুড মৰ্ণিং মেডাম। আই এম এক্সট্ৰীমলী চৰী।" মহাৰাজৰ মাতটো যেন অলপ কঁপিছে। অযোধ্যাপ্ৰসাদ ওচৰত নাই। সেইবাবেই বোধহয় নিজকে অলপ অসহায় বোধ কৰিলে। এমিলিয়ে মহাৰাজৰ হাতত অলপ চেপি দি কলে, "ইট্ ইজ অলৰাইট ইওৰ হাইনেচ্। হি ডিজাৰভ্ ইট্।"

চমকি উঠিল মহাৰাজ। তেনেহলে এমিলি জোন্সে জানো সকলো কথা জানে? তেওঁৰ চকুততো এটোপাল পানীও নাই।

তিনিদিন পিচত লক্ষ্ণৌৰ পৰা ৰেচিডেন্ট, জৰ্জ আৰ্থাৰ জনচন গড়নৰসিংগড়লৈ এন-কোৱাৰীৰ কাৰণে আহিল। দেৱানজীৰ হুকুমত কোনো বস্তুৰে লৰচৰ কৰা হোৱা নাছিল। মাচান যেনেকৈ আছিল ঠিক তেনেকৈ আছিল। বটল, গিলাচ, চোডাৰ বটল সকলো তেনেকৈ পৰি আছে। আৰু আছে কৰ্ণেল জোন্সৰ ৰাইফেল পয়েন্ট ফ'ৰ ছেভেন ফাইভ নাম্বাৰ টু। সকলো ঘূৰি ঘূৰি মিণ্টাৰ জনচনে চালে। মহাৰাজে যি দুটা গুলি ফায়াৰ কৰিছিল মাটিৰ ওপৰৰ সেই দাগো তেওঁ চালে। সমানে তেওঁৰ লগত ঘূৰিছে মহাৰাজ, দেৱানজী আৰু ৰামুকাকা। ঘূৰি ফুৰোতে সকলোৱে এঠাইত থমকি ৰল। কৰ্ণেল জোন্সৰ তেজ লগা কাপোৰ এঠাইত পৰি আছে আৰু এফালে কিছুমান হাড়। মিণ্টাৰ জনচনে আকৌ একোকে চাব খোজা নাছিল। উভতি অহাৰ পথত বাৰে বাৰে ৰামুকাকাক একে প্ৰশ্নকে কৰিছে আৰু ৰামুকাকাইও একেই উত্তৰ দিছে, "চাহাব বহোত চৰাব পিয়া। বহোত চৰাব পিয়া। মহাৰাজাকো ঘুচা মাৰা। হামাৰা হাত কা ট্ৰে ফেক্ দিয়া।"



সেইদিনাখন আবেলিতে মিণ্টাৰ জনচন উভতি গৈছিল। মহাৰাজৰ খুব আগ্ৰহ দেখুৱা সত্ত্বেও থকা নাই। এটা কাঠৰ বাকচত কৰ্ণেল জোন্সৰ কাপোৰ আৰু হাড়-কেইডাল ভৰাই লৈছিল। যোৱাৰ আগতে এমিলি জোন্সৰ লগত দেখা কৰিব গৈছিল। তেওঁ জানিছিল লণ্ডনত মিচেচ জোন্সৰ প্ৰতিপত্তিৰ কথা। জনচন যোৱাৰ পিচত মহাৰাজ কিছুপৰিমাণে শঙ্কিত হল। সকলো নিজে চাই যোৱাৰ পিছতো জনচন বোধহয় খুব এটা কনভিনচড নহ'ল।

সূৰ্যমহললৈ উভতি আহি সহজ হোৱাৰ চেষ্টা কৰি মহাৰাজে চিঞৰি কলে, "ৰামু-কাকা ড্ৰিংক লাগাও।" আনোখী তেতিয়াও যেন মনে মনে আছে। ওচৰলৈ আহোঁতেই কলে, "আলীজাঁ কাল ৰাত আপ তলোৱাৰ লেকে ক'হা গয়ে থে?"

"আপনে কহা থা কি ৰাজপুত কা তলোৱাৰ খুন পিয়ে বেগেৰ মেয়ান মে ৱাপচ নহী জাতা।"

"ওঁ কৈছিলোঁ। ঠিকেই কৈছিলোঁ।"

"ফিৰ মহাৰাজ আপ কিচকী খুন কে লিয়ে তলোৱাৰ লেকে মহল কে বাহাৰ গয়েথে?"

"সেয়া তুমি শুনিব খোজা আনোখী?"

"হয় মহাৰাজ, কওঁক কাৰ তেজ আছিল আপোনাৰ তলোৱাৰত?"

"কৰ্ণেল জোন্সৰ আনোখী। কোৱা এইবাৰ তুমি আনন্দিত?"

"হয় আলীজা, মই খুব আনন্দিত কিন্তু মোৰ বুকুৰ ওপৰৰ দাগ কেনেকৈ যাব?"

"শৰীকে-জিন্দগী, এই দাগ মই মছি দিম।" বুলি কৈ তেওক সাৱট মাৰি ধৰি ক্ষত বিক্ষত বুকুখন নিজৰ হাতত লৈছিল।

"আলীজা, ৱহ তলোৱাৰ?"

"জানেমন, তুম শো যাও। ৱহ তলোৱাৰ ভী শো গই।"

আনোখী মহাৰাজৰ বুকুৰ ওপৰত শুই পৰিল।

সাতদিনমান পিচত যমদূতৰ দৰে দেৱান অযোধ্যাপ্ৰসাদ মহাৰাজৰ ওচৰলৈ আহিল। তেওঁৰ হাতত চীল মোহৰ কৰা অতি পৰিচিত লেফাফা। সো'ৰ ওপৰত মেজেষ্টি গভৰ্ণমেন্টৰ ক্ৰাউন ছাপ। লেফাফা ফালি চিঠিখন মহাৰাজে পঢ়িলে। চিঠিখন আহিছে জৰ্জ আৰ্থাৰ জনচন, ৰেচিডেন্ট টু মেজেষ্টিচ গভৰ্ণমেন্টৰ পৰা।

"Government has taken strong objection to your mode of living and conduct generally and consider that you should leave the state of Garnarsinghgarh and live for at least six months and such place outside the state as may be approved by the government."

"You are advised to come and see the Resident at Lucknow within a week so that your wishes may be taken into consideration before a decision is taken regarding the place where you are to live."

"If you don't wish to see the Resident to facilitate the implementation of the decision taken, Government will have no option but to decide on such other measures as might be necessary in the public interest."

অৰ্থাৎ আপোনাৰ জীৱন-নিৰ্বাহ গভৰ্ণমেন্টৰ একেবাৰে পচন্দ হোৱা নাই। গতিকে আপুনি ছমাহমান গড়নৰসিংগড়ৰ বাহিৰত গৈ থাকক। ক'ত থাকিব খোজে, সেয়া সাতদিনৰ ভিতৰত ৰেচিডেন্টৰ লগত দেখা কৰি ঠিক কৰি লওক। যদি আপুনি দেখা নকৰে তেনেহলে গৱৰ্ণমেন্টে অন্য পথ লব লাগিব।

খঙত কঁপি কঁপি মহাৰাজে চিঠিখন দলিয়াই পেলালে। "মই নেযাওঁ। আই উইল নট্ গো।"

"ইওৰ হাইনেচ্—" দেৱানজীয়ে কিবা ক'ব খুজিছে।

"দেৱানজী বহু সহ্য কৰিছো, আৰু নোৱাৰো। আই হেভ হেড এনাফ্ এণ্ড এনাফ্ ইজ এনাফ্ আই উইল নট্ গো। এণ্ড ডেট ইজ ফাইনেল। কাম হোৱাট মে।"

"কিন্তু মহাৰাজ মইতো আপোনাক লক্ষ্ণৌলৈ যাব কোৱা নাই। মোৰ কথাতো আপুনি নুশুনিলেই।"

মহাৰাজে ঠাণ্ডা হৈ কলে "ও দেৱানজী আই এম চো আপচেট্—কওঁক আপুনি।"

"মই কব খুজিছিলো আপুনি লক্ষ্ণৌলৈ নেযাব। ৰেচিডেন্টক জনায় দিয়ক আপুনি ছমাহৰ কাৰণে হিন্দুস্থানৰ বাহিৰলৈ যাওঁকগৈ। আফ্ৰিকালৈ যাব চক্ৰবীত আৰু যাব ইউৰোপলৈ ফুৰিবলৈ। তেতিয়া হলেকৈ'ত থাকিব, ক'ত নাথাকিব তাৰ প্ৰশ্নই নুঠিব। কিন্তু মোৰ ভাব হয় মেজেণ্টিচ গভৰ্ণমেন্টে আৰু কিবা কৰাৰ তালত আছে। এইয়া তেওঁলোকৰ প্ৰথম পদক্ষেপ, আমি সকলোধৰণৰ চিটুয়েচনৰ কাৰণে সাজু থাকিব লাগিব।"

"আই এম প্ৰিপেয়াৰ্ড ফৰ দি ওৱাৰ্ষ্ট। আপুনি চিঠিখন লিখিলৈ আহক। মই চহী কৰি দিছোঁ। আজিয়েই পঠিয়াই দিয়ক। আৰু মই যোৱাৰ সকলো ব্যৱস্থা কৰি দিয়ক।"

'ডান' বুলি কৈ যাবলৈ আগবাঢ়তেই মহাৰাজৰ মাতত অযোধ্যাপ্ৰসাদ উভটি আহিল।

"ইয়েচ ইওৰ হাইনেচ?"



"বাট দেৱানজী, মোৰ আনোখীৰ কি হব? হোৱেৰ উইল চী ষ্টে? মই তেওঁক গড়নৰসিংগড়ত অকলে থৈ নেযাওঁ।"

"মহাৰাজ ময়ো এই কথাকে ভাবিছিলো। কিন্তু একো ভাবি পোৱা নাই।"

তাৰপিচত দুয়োজনে পৰামৰ্শ কৰি শেষত ঠিক কৰিলে যে আনোখী আৰু শিব্বো মহাৰাজৰ লগত দিল্লীলৈ যাব। দিল্লীত মহাৰাজৰ যি কোঠি আছে সেয়া তেওঁ আনোখীৰ নামত লিখি দিব আৰু দেৱানজীয়ে মহাৰাজৰ হুকুমমতে প্ৰতিমাহত টকা পঠিয়াব। তেওঁৰ দিল্লীৰ নতুন জীৱনত যেন কোনো ৰকমৰ প্ৰাচুৰ্যৰ অভাৱ নহয়। ছমাহ পিচত উভটি আহি মহাৰাজে তেওঁক পুনৰ গড়নৰসিংগড়লৈ লৈ আহিব।

"মাজে মাজে ভাব হয় দেৱানজী, আনোখীক বিয়া কৰাই পেলাও আৰু তেওঁ সন্তানৰ মাতৃ হওক।"

"তেনেহলে মহাৰাজ, বিয়া নকৰাই কিয়? হু ষ্টপচ ইউ?"

"হু নোজ দেৱানজী, হয় তো ছমাহ পিচত উভটি আহি বিয়া কৰাই দিওঁ নেকি?"

## ১০

আনোখীৰ যেতিয়া টোপনি ভাঙিল তেতিয়া সন্ধ্যা হওঁ হওঁ। তেওঁ গোচলখানালৈ গ'ল। আজি ৰাতি তেওঁ আলীজাঁক ভীষণভাবে ভাল পাব। গোচলঘৰত বিবস্ত্ৰা হৈ আয়নাৰ সম্মুখত ঠিয় হওঁতেই যেন মূৰতো ঘূৰিব ধৰিলে আৰু বমি হ'ল। এবাৰ দুবাৰ তিনিবাৰ বমি হল বমি একোৱেতেই বন্ধ হ'ব নোখোজে। লাহে লাহে গোচলখানাৰ ঠাণ্ডা মাৰ্বলৰ ওপৰত আনোখী পৰি গৈছে আৰু ক্ষীণ মাতৰে মাতিছে, "শিব্বো আপা।"

পানদান সজাই শিব্বোআপা বহি আছিল। দৌৰি আহিল গোচলখানালৈ। আনোখীয়ে তেতিয়া কান্দিছে আৰু ফোপাইছে---"শিব্বো আপা, শিব্বো আপা জলদি আও।" দৌৰি গৈ শিব্বোই এক নিমিষতে প্ৰায় অচেতন আনোখীক সাবট মাৰি ধৰিছে আৰু হঠাতে তেওঁ আনোখীৰ নগ্ন দেহত চকু পৰিল। গাত হাত বুলাই বুকুৰ যিঠো অংশত আচোঁৰ আছিল তাত তেজৰ দাগ দেখি নিজ মনেই কলে, "সব মৰ্দ চালে জানোৱাৰ।" তাৰপিচত হাতখন নমাই তলপেট পাওতেই কেনে যেন গধুৰ গধুৰ লাগিছে। তেনে-সময়তে আনোখীয়ে জ্ঞান ওভটাই পাই অবুজ দৃষ্টিৰে চাৰিওফালে চাই কলে, "শিব্বো আপা মুঝে ক্যায়া হুৱাঁ থা?"

আনোখীৰ কাণৰ ওচৰলৈ মুখ আনি কলে, "বেটী, তুম মা বননেৱালী হো। মুবাৰক হো। ম্যয় জাউ মহাৰাজকে পাচ্? বহুত ইনাম মিলেগা।"

"শিব্বো আপা" বুলি চিঞৰি শিব্বো আপাক আনোখীয়ে ওচৰলৈ টানি কৈছে, "আপা, তুঝে মেৰী কচম, মেৰী মা কি কচম, মেৰে হোনেৱালে বাচ্চে কি কচম অগৰ তুনে কিচিকো বতায়া কি ম্যাঁয় মা বননেৱালী হু।"

"পৰ কিউ বেটী?"

"মোক পুনৰ একো নুসুধিবা আপা। আল্লাহ্ কচম কিচিকো না বোলনা ইয়ে বাত।"

"মহাৰাজ কো ভী নহী?" শিব্বোই চকু দুটা ডাঙৰ ডাঙৰ কৰি কলে।

"কভভী নহী, একেবাৰেই নক'বা।"

"জৈচী তুমহাৰা মৰ্জি বেটী" হতাশাৰ সুৰেৰে কথাষাৰ কৈ গোচলখানাৰ পৰা ওলাই গ'ল শিব্বোআপা।

"আনোখী আকৌ মাতি আনি কলে, "আপা আজি মোক খুব সুন্দৰ কৰি সজাই দিয়া। মোৰ হাতভৰিত মেহেন্দী লগাই দিয়া। চকুত চুৰ্মা দিয়া। আজি মই প্ৰাণ-ভৰি সাজিম আপা। মহাৰাজৰ আটাইতকৈ ডাঙৰ দুচমন নিপাত হৈছে।"

যন্ত্ৰচালিতৰ দৰে শিব্বোই আনোখীক সজাই দিছে। আনোখীৰ মনৰ ভিতৰত ধুমুহা বৈছে। তেওঁ আগতে কিয় বুজিব পৰা নাছিল? গড়নৰসিংগড়লৈ অহাৰ আজি প্ৰায় চাৰিমাহ হল। তেওঁক তো কোনোৱে একো কোৱা নাই? আম্মীজান নাইবা শিব্বো আপাইও একো কোৱা নাই। অনভিজ্ঞ তেওঁ। নেজানে প্ৰকৃতিৰ নিয়ম। কিন্তু কিয় কোনোৱে তেওঁক একোকে কোৱা নাছিল?

তেতিয়াই মনত পৰিল আনোখীৰ মহাৰাজৰ সেইদিনাখন কোৱা কথা, "আনোখী তোমাক মই শৰীকে-জিন্দগী বুলি কৈছো। তুমি মোৰ বিয়া কৰোৱা স্ত্ৰী নহয়। কিন্তু তাতকৈ জানো কম মৰ্যাদা তোমাক দিছোঁ? দেৱানজীয়ে আজি ষ্টেচনত যি কথা কৰ্ণেল জোন্সক কৈছিল সেই কথা তেওঁৱেই জানে। কিন্তু এটা কথা তোমাক স্পষ্ট কৰি দিব খোজো আনোখী। জীৱনত পুনৰ মই কেতিয়াও বিয়া নকৰাও আৰু কোনো সন্তানৰ পিতৃও নহওঁ। তুমি বহু ভাল ভাল সপোন দেখা আনোখী, কিন্তু এই সপোন কেতিয়াও নেদেখিবা যে তুমি মোৰ স্ত্ৰী আৰু সন্তানৰ মা হ'বা।" আনোখীৰ সেই দিনাখনৰ সকলো কথা মনত পৰিল।

বহুৰাতি মহাৰাজৰ পদশব্দ আনোখীয়ে শুনিবলৈ পালে। তেও সাৰে আছিল। আজি যেন কোনোবাই তেওঁৰ টোপনি কাঢ়ি নিছে। আনোখীক দেখি ৰুদ্ৰপ্ৰতাপ আচৰিত হ'ল। ইমান ৰূপ, ইমান সৌন্দৰ্য তেওঁতো জীৱনত কেতিয়াও দেখা নাছিল। আনোখীক ইমান সুন্দৰ আগতে আৰু লগা নাছিল।

আনোখীক সাবট মাৰি ধৰি মহাৰাজে কলে, "জানেমন, আজি তোমাক জন্নতৰ হুৰ (সপোনৰ পৰী) যেন লাগিছে।"

"তেনেহলে আলীজাঁ আজি মোক জন্নতলৈ লৈ বলক" বুলি শুই গ'ল। আৰু ৰুদ্ৰ-প্ৰতাপে তেওঁক জন্নতলৈ লৈ গৈছিল। শ্ৰান্তি আৰু তৃপ্তিৰ এক অপূৰ্ব অনুভূতিত

দুয়োজন উঠি গ'ল। ৰাতিপুৰাৰ সময়ত মহাৰাজে আনোখীক কলে, "এই ফিৰিঙ্গী চৰকাৰে যদি মোক ৰাজ্যৰ পৰা উলিয়াই দিয়ে তেনেহলে কি হ'ব?"

"কি হব, পৃথিবীত জানো দুটি ইনচানৰ (মানুহৰ) থকাৰ ঠাইৰ অভাব হব? আমি অন্য ক'ৰবালৈ গুচি যাম।"

তেওঁৰ শিশুসুলভ উত্তৰত মহাৰাজে মৃদুভাৱে হাঁহিছিল। তাৰপিচত গম্ভীৰ হৈ আনোখীক সকলো কথা কৈছে।

"মই ছয়মাহত ঘূৰি আহিম বেগম তাৰ পিচত সকলো ঠিক হৈ যাব। আমি আকৌ সূৰ্যমহলৈ উভটি আহিম। অকল তুমি আৰু মই। চাবা হয়তো বহু কিবা সলনি হৈ যাব।"

"কি সলনি হৈ যাব আলীজাঁ?"

"কোনে জানে মই হয়তো সলনি হৈ যাম।" "হোঁ হোঁ কৈ মহাৰাজে হাঁহি দিলে। পিচত আনোখীক সাবট মাৰি লৈ আকৌ শুই পৰিল।

আনোখী তেতিয়াও সাৰ পাই আছে। তেওঁ যেন ক'ৰবাত আসাৰ ছয়াময়া ছবি এখন দেখা পালে। ছমাহত তেওঁ সলনি হৈ অন্য মানুহ হব। কিন্তু পৃথিবীৰ এয়া কি আচৰিত নিয়ম? তেওঁনেজানে তেওঁৰ বালিদ কোন। কিন্তু তেওঁৰ নিজৰ সন্তানে জানো জানিব? তেওঁ নিজেওতো তেওঁৰ সন্তানক মুখ ফুটাই ক'ব নোৱাৰিব তেওঁৰ পিতৃ কোন? সন্তানৰ বাপেকেতো নেজানে যে তেওঁৰ সন্তান হৈছে। সেয়াই যদি হয় তেওঁৰ সন্তানো নামহীন, গোত্ৰহীন, অচিনাকি এক পুৰুষৰ অবৈধ সন্তান হবনে? সেই সন্তানেইবা ডাঙৰ হৈ কি ভাবিব তেওঁৰ মাকৰ সম্বন্ধে? নাই, নাই আনোখীয়ে প্ৰাণ থাকোতেও এয়া হ'ব দিব নোৱাৰে। তেওঁৰ সন্তানেইবা কিয় নেজানিব কোন তেওঁৰ প্ৰকৃত মা আৰু কোন প্ৰকৃত পিতৃ। কোনে বুজাব তেওঁৰ সন্তানক এইবোৰ কথা। পাৰে অকল শিব্দো আপাই। কিন্তু তেওঁ জানো সিমান দিন জীয়াই থাকিব? আনোখীয়ে ভাবিলে, নিজৰ জীৱনৰ নিৰাশা সংশয় আৰু হতাশা যেন তেওঁৰ সন্তানে ভোগ কৰিব লগা নহয়। মহাৰাজৰ বিদেশ যাত্ৰা এয়াতো আল্লাৰ আশীৰ্বাদৰ দৰে। ছমাহ পিচত তেওঁ আহিব। তেওঁ কৈছে 'সলনি হৈ যাব'। খুদা জানে কি হব। তেওঁ নিজেওতো তাৰ আগতে সলনি হৈ যাব। পুনৰ একো ভাবিব নোৱাৰা হল আনোখী। মহাৰাজৰ বাহুবন্ধনত শুই পৰিল।

ৰাতিপুৱা যাত্ৰাৰ প্ৰস্তুতিতেই পাৰ হৈ গ'ল। সন্ধ্যাৰ গাড়ীত যাত্ৰা কৰিলে মহাৰাজ, আনোখী, দেৱানজী, ৰামুকাকা আৰু শিব্বোআপা। ঠিক হল ৰামুকাকা আৰু দেৱানজী মহাৰাজ ৰাওনা হোৱাৰ পিচত উভটি আহিব। আনোখীয়ে শিব্বোআপা কলৈ থাকিব দিল্লীৰ কোঠিত যেতিয়ালৈকে মহাৰাজ উভটি নাহে। দেৱানজীয়ে মাজে মাজে আহি তেওঁলোকৰ খবৰ লৈ যাবহি।



ট্ৰেনখন যেতিয়া গড়নৰসিংগড় সৰু ষ্টেচনটো এৰি গৈছে মহাৰাজে উদাস দৃষ্টিৰে খিৰিকীৰে বাহিৰলৈ চাই আছে। কিমান বছৰ হল? যেতিয়া তেওঁৰ অভিষেক হৈছিল হাজাৰ হাজাৰ নৰনাৰী এই ষ্টেচনৰ প্লেটফৰ্মত ঘন্টাৰ পিচত ঘন্টা তেওঁৰ ট্ৰেনৰ অপেক্ষাত বৈ আছিল। জয়ধ্বনিৰ লগে লগে ফুলৰ বৰষুণ আৰু চানাই বাজিছিল। এই কিছুদিন আগতে যেতিয়া তেওঁ আনোখীক লগতলৈ গড়নৰসিংগড়লৈ উভটি আহে এই ষ্টেচনতো লোকাৰণ্য হৈ পৰিছিল। ছবিৰ দৰে ৰুদ্ৰপ্ৰতাপৰ চকুত সকলো ভাঁহি উঠিছে। নিজৰ অজানিতেই তেওঁৰ চকুৰ কোণত পানী বিৰিবিৰি উঠিল।

গাড়ী গড়নৰসিংগড়ৰ সীমা এৰি পাৰ হৈ গ'ল। চকু মোহাৰি মহাৰাজে ভিতৰলৈ চালে। আনোখীয়েও গড়নৰসিংগড়লৈ চাই আছিল। আৰু ভাবিছিল এৰি অহা মধুৰ ৰঙীন সপোনৰ দৰে গেলাই অহা মাহকেইটাৰ কথা।

"ক্যায়া চোচ ৰহী হো জানেমন্?" মহাৰাজৰ কথাত হঠাৎ আনোখীৰ সম্বিৎ উভটি আহিল।

"কুছ নহী আলীজা।" বুলি কৈ আনোখীয়ে ৰামুকাকাক মাতিলে। তেতিয়া গাড়ী আহি সৰু ষ্টেচন এটাত ৰৈছিলহি। "ৰামুকাকা চাম হো গই মহাৰাজকা ডিৰিংক লগাও।"

'জী' বুলি ৰামুকাকা নিজৰ কামৰালৈ দৌৰী গৈছে।

"আনোখী ডিৰিংক নহী ড্ৰিংক" মহাৰাজে হাঁহি কলে।

"হোগা, মুঝে ফিৰিঙ্গি জুবান (ভাষা) নহী শীখনী হ্যায়"—কপট খঙত আনোখীয়ে ক'লে।

ট্ৰেনৰ গতি বাঢ়িল। আৰু প্ৰতি ষ্টেচনত ৰামুকাকাই চোডা আৰু বৰফ লৈ আহিছে। এটা সময়ত মহাৰাজে মদৰ নিচাত কৈছে "আজিৰ পৰা কিছু বছৰপিচত যদি গড়নৰসিংগড় ৰাজ্য নাথাকে, আৰু নেথাকোঁ মই, তেনেহলে কি হ'ব?"

"কি আৰু হব, আমি অন্য ঠাইলৈকে যাম।"

"যদি অন্য ঠাইতো আমাৰ কাৰণে ঠাই নাথাকে তেতিয়া আমি কলৈ যাম?"

"কিয় মহাৰাজ, ইমান ডাঙৰ পৃথিবীত দুজন ইনচানৰ কাৰণে জানো অলপো ঠাই নহব?"

"যদি নাথাকে?"

"তেনেহলে আলীজাঁ—আনোখীয়ে গাই উঠিল, "ৰহিয়ে কোই এইচী জাগ্‌হা, জহাঁ কোই না হো।"

"তাৰ পিচত কি আনোখী?"

"তাৰ পিচত কি মোৰ একো মনত নাই আলীজাঁ"—মত্ত অৱস্থাত আনোখীয়ে কলে।

"আনোখী এনেকুৱা তো হব পাৰে যে এদিন ময়ো নেথাকো আৰু মোৰ ৰাজ্যও নাথাকে, সেই দিনাখন কি হব?"

"আলীজাঁ এয়া আপুনি কৈ কৈছে? হয়তো এদিনাখন আমি কোনোৱে নেথাকো। কিন্তু আমাৰ মহব্বত, আমাৰ মিঠা মিঠা য়াদে চিৰকাল থাকিব মহাৰাজ। তাকেনে আমি জীয়াই থাকিম। আৰু মই গোৱা মালকোঁচ, আশাৱৰী, ভৈৰবী, বেহাগ, ইমন, কল্যাণ, বাগেশ্ৰী আৰু গজল জানো আপুনি পাহৰি যাব? এয়া হবই নোৱাৰে।"

"জানেমন, আজি কিন্তু তুমি মোক কোনো গজল শুনোৱা নাই।"

আনোখী তেতিয়া নিচাত মচগুল।

"আলীজা আপুনি শুনিব? ৰাতিপুৱাবলৈ বেছি সময় নাই, ভৈৰবী নে গজল শুনিব?"

"আনোখী মুঝে গজল শুনাও।"

এনে বেদনা আৰু দৰ্দ দি ইয়াৰ আগতে আনোখীয়ে কেতিয়াও গজল গোৱা নাছিল। দুয়ো দেখিলে দুয়োৰে চকুৰ পৰা অবিৰাম পানী পৰিছে। এটা সময়ত রুদ্রপ্রতাপে চলং পলংকৈ আনোখীৰ বাৰ্থৰ ওচৰলৈ আহিল। আৰু তাৰ পিচত এক নিবিড় আলিঙ্গনত এক হৈ দুয়োজন শুই পৰিল।

কিমান সময় শুইছে আনোখীৰ মনত নাই। বেছিসময় বোধহয় নহয়। ৰামুকাকাই দুৱাৰত শব্দ কৰি কলে, "মহাৰাজ দিল্লী আ গই।" ধৰ্‌মৰ্‌কৈ শোৱাৰ পৰা আনোখী উঠি মহাৰাজ জগাই দিলে। চকু মোহাৰি মোহাৰি মহাৰাজে কলে, "বহোত জলদী আ গই দিল্লী।"

দিল্লীত মহাৰাজ আৰু দেৱানজী গোটেই দিনটো কৰৰাত ঘূৰি ফুৰিলে। কোঠি উভতি আহি মহাৰাজে দেৱানজীৰ লগত নানান পৰামৰ্শ কৰিছিল। সন্ধিয়া, ৰওনা হোৱাৰ দহমিনিট আগতে আনোখীৰ ওচৰলৈ আহিছিল। আনোখীয়ে শুকান হাঁহি মাৰি কলে—

"জা ৰহে হ্যায় আলীজাঁ?"

"হা জা ৰহা হুঁ জানেমন। খুচ ৰহো। ছে মহিনো কী তো বাত হ্যায়। ইউ হী বীত জায়েগী।" আনোখীৰ ওঁঠত হাত দি মহাৰাজে কলে।

আনোখী মহাৰাজৰ আৰু ওচৰলৈ আহি কলে, "কোই বাত নহী আলীজাঁ, আপ ফিকৰ না কৰে।"

দুৱাৰৰ ফালে আগুৱাই গৈ মহাৰাজ আকৌ উভতি আহি আনোখীক সাবটি মাৰি ধৰি কলে, "এক বোচা (চুমা) নহী দোগী জানেমন?"



কিমান সময় ধৰি যে সেই চুমা খাইছে এজনাৰ খবৰ নাই। চমক ভাঙিল দেৱানজীৰ মাতত, "ইওৰ হাইনেচ টাইম ফৰ দ্য ট্ৰেন টু যয়ে।"

আজি এয়া কি হল আনোখীৰ? কান্দোন নোলাল। দুৱাৰৰ কাষলৈ গৈ মহাৰাজক আকৌ এবাৰ চুমা খাই কলে, 'অলবিদা আলীজা।" মহাৰাজৰ চকুত পানী।

"আলবিদা নহী, খুদা হাফীজ।" মহাৰাজে ক'লে। আনোখীয়ে কোনো উত্তৰ নিদিলে। যি মুহূৰ্তত মহাৰাজৰ ঘৰ এৰি গৈছে আনোখী তেওঁৰ কোঠাৰ দুৱাৰ দুমকৈ বন্ধ কৰি দিছে। দূৰৈৰ পৰা শিব্বোআপাই সকলো লক্ষ্য কৰি আছিল। আনোখী দুৱাৰ বন্ধ কৰি তেওঁৰ বাকচ খুলি তাৰপৰা সৰু এটা কাঠৰ বাকচ উলিয়াইছে। বাকচৰ পৰা সেই বাণ্ডিলটো উলিয়াইছে। বাণ্ডিলৰ পৰা কিছুমান কাগজ উলিয়াই লিখিব ধৰিলে। লিখিছে আৰু কান্দিছে। শিব্বোাই একো বুজিব নোৱাৰি খিৰিকীৰ কাষৰ পৰা আঁতৰি গৈছিল। ৰাতি বাৰ বজাত আকৌ আহি দেখে যে আনোখীয়ে আগৰ দৰেই লিখি আছে আৰু কান্দিছেও। এই ছোৱালীক কিবা কৈ লাভ নহ'ব দেখি শিব্বো আকৌ আতৰি গৈছে। আগতেও আনোখীয়ে লিখিছিল কিন্তু কন্দা নাছিল, কিন্তু আজি কিয় কান্দিছে?

ৰাতিপুৱা দেৱানজী আৰু ৰামুকাকাই বিদায় লবলৈ আহিছিল। হাঁহি মুখে আনোখীয়ে তেওঁলোকক বিদায় দিছিল। দেৱানজীয়ে কৈছিল হাৰ হাইনেচৰ যদি কিবা কিহবাৰ প্ৰয়োজন হয় তেওঁ যেন দয়া কৰি গড়নৰসিংগড়লৈ খবৰ দি পঠিয়ায়। মহাৰাজে কৈ গৈছে হাৰ হাইনেচৰ কোনো কষ্ট হলে তেওঁলোকৰ চাকুৰী নাথাকে। আনোখীয়ে দেৱানজীক ধন্যবাদ দি কৈছে তেওঁৰ কোনো অসুবিধা নহয়, গতিকে তেওঁলোকৰ চাকৰী যোৱাৰ প্ৰশ্নই নুঠে। দেৱানজীয়ে পুনৰ একো নোকোৱাকৈ আতৰি আহিছিল কিন্তু ৰামুকাকা হাউ হাউ কৰি কান্দি দিলে। আনোখীয়ে মূৰত হাত দি কৈছিল, "ৰামুকাকা তুম কিউ ৰো ৰহে হো। দেখো মঁয়াতো বিলকুল নহী ৰো নহী,"

"বেটী তুম্‌হাৰে চব আচু চুখ গয়ে হ্যায়।"

"নহী ৰামুকাকা অভীতো জিন্দগী পড়ী হ্যায় ৰোনে কে লিয়ে।"

"তুমহাৰী হোগী। মেৰী জিন্দগীতো খতম হ্যায়।" ৰামুকাকাই কান্দি কান্দি কলে।

আনোখীয়ে কলে, "ৰামুকাকা এটা শেৰ শুনিবা?"

"গোটেই জীৱনতো বহুত শেৰ-শাইৰী শুনিলো। শুনোৱা তুমি কি শুনাব খুজিছা?"

খিলখিলাই হাঁহি আনোখীয়ে কলে "মেৰী তৰহ না অৱে-বহাৰ ৰোৱা তু ইক দিন ৰোৱা মঁয় লাখ বাৰ ৰোৱা।"

"তু পাগলী হ্যায় বেটী। গমমে ভী খুচ ৰহতী হ্যায়।" কৈ ৰামুকাকা ওলাই গ'ল।

◦ তাৰপিচত আনোখীয়ে খুব অকলশৰীয়া অনুভৱ কৰিছে এই ডাঙৰ ঘৰটোত। আকৌ কোঠাৰ দুৱাৰ বন্ধ কৰি দিছে। বুকুখনে হাঁহাকাৰ কৰি উঠিছে। আৰু আনোখী বিচনাত বাগৰি পৰিছে।

ইয়াৰ পিচৰ আনোখীৰ ডায়েৰীত ধাৰাবাহিকতা নাই। কোনো তাৰিখো নাই। মাত্ৰ কেইটামান ঘটনাৰ উল্লেখ আছে। হিজিবিজি কৈ উৰ্দুৰে লেখা কথা উদ্ধাৰ কৰোতে মোৰ যথেষ্ট কষ্ট হৈছে। কিছুমান পাতত আকৌ চকুপানী পৰি প্ৰায় নষ্ট হৈছে।

"মই সকলো সহ্য কৰিম। মোৰ মা উমৰাওজানৰ দৰে দশা হোৱাতকৈতো আৰু বেছি নহয়? মোৰ মাই কব পৰা নাছিল মোৰ ৱালিদ (পিতা) কোন। কিন্তু মইতো জানো মোৰ সন্তানৰ ৱালিদৰ নাম। কিন্তু মোৰ সন্তানৰ ৱালিদে যে নাজানে তেওঁৰ সন্তানৰ কথা। প্ৰথম সন্তানক এক ৰাতিৰ ভুল বুলি কৈছে। তেওঁতো জানিবও নোখোজে। কিন্তু মই জানিও যে মোৰ আউলাদক তেওঁৰ ৱালিদৰ নাম ক'ব নোৱাৰিম। শিব্বো আপাই সকলো জানে। তেওঁ কি কব? তেওঁ যে কচম খাইছে কাকো নকয় বুলি। মইতো তেওঁক কচম খুৱাইছো।"

লাহে লাহে আনোখী এই বিৰাট ঘৰৰ নিঃসঙ্গ অকলশৰীয়া জীৱন যাপনত অভ্যস্ত হৈ পৰিছে। গতানুগতিক জীৱনধাৰা। কোনো বৈচিত্র্য নাই। ৰাতিপুৱা উঠি নাস্তা কৰি কিছুসময় গানৰ ৰেৱাজ দুপৰীয়াৰ আহাৰ খাই টোপনি মৰা। আবেলি কিছুসময় নাচৰ ৰেৱাজ ৰাতিৰ খোৱা। তাৰ পিচত শূন্য বিচনাত বিনিদ্ৰ ৰাতি। কিছুদিন পিচত নাচৰ ৰেৱাজ বন্ধ কৰিব লগা হৈছে। শৰীৰ ক্ৰমে গধুৰ হৈ আহিছে। তাৰ পিচত অপেক্ষা। ভীষণ বিৰক্তিকৰ অপেক্ষা। মাজে মাজে আনোখীয়ে ভাবিছে তেওঁৰ ল'ৰা হব নে ছোৱালী? নিজে তেওঁ কি বিচাৰে? হয়তো তেওঁ বিচাৰে ছোৱালী! পিচমুহূৰ্ততে শঙ্কিত হৈ আনোখীয়ে ভাবে, আকৌ ছোৱালী? তেওঁৰ ছোৱালীৰ ভাগ্যও যদি তেওঁৰ মাক আৰু আইতাকৰ অৱস্থা হয়? নহয় নহয়, বাপেকে ছোৱালী নিবিচাৰে। তাৰ পিচত ভাবিছে লৰা হলে তাৰ ভাগ্য তো আৰু অন্ধকাৰ। এই বিশাল পৃথিৱীত তেওঁৰ লৰাই কি বুলি নিজৰ পিতৃ পৰিচয় দিব? সিটো তেওঁৰ ভাগ্য অন্বেষণত ঘূৰি ফুৰিব লাগিব। কি বুলি ক'ব বাপেকৰ নাম? মাকৰ নামৰ দৰকাৰ নহয়। কিন্তু চাকৰী কৰিবলৈ গলে যে বাপেকৰ নাম লাগিবই। নহয়, নহয় তাতকৈ ছোৱালী হোৱাই ভাল। আন কিবা নহওঁক তাই তাৰ আম্মী আৰু নানীমাৰ ব্যৱসায় লৈয়েতো জীয়াই থাকিব পাৰিব।

ৰাতি প্ৰায়ে আনোখীৰ টোপনি নাহে। আহিলেও ৰাতিপুৱা সময়তহে অল্প আহে। আৰু তেতিয়া দেখে সপোন। খুব ভাল লাগে। সপোন দেখে গুলবানো, পুখৰাজ,



উমৰাওজান, তেওঁলোকৰ লক্ষ্ণৌৰ কোঠী তেওঁৰ নিজৰ প্ৰথম মহফিল আৰু সেই বিশেষ ৰাতি। 'ইতনা খুন'।

তাৰ পিচতে দেখে কৰ্ণেল জোন্স, এমিলি জোন্স, ৰামুকাকা, প্ৰণৱ লাহিড়ী, লক্ষ্ণৌৰ পৰা গড়নৰসিংগড়লৈ ট্ৰেনযাত্ৰা, সূৰ্যমহল, আইয়াচখানা, সেই তলোৱাৰ, চিকাৰ। কিমান চৰিত্ৰ আৰু ঘটনাৰ সমাবেশ। কিন্তু আচৰিত, কোনোদিনাখনে সপোনত তেওঁ আলীজা মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙক দেখা নাই। নিজৰ মনতেই হাঁহিছে আনোখীয়ে, তেওঁৰ আলীজাতো সপোন নহয়, তেওঁতো হকিকৎ (বাস্তৱ)।

মাজে মাজে দেৱানজীয়ে সুধি পঠিয়াই হাব হাইনেচৰ কিবা প্ৰয়োজন আছে নে নাই? প্ৰতিবাৰেই আনোখীয়ে তেওঁক চালাম আৰু চুকৰীয়া জনাই তেওঁৰ কোনো প্ৰয়োজন নাই বুলি জনাইছে। প্ৰতিমাহত গড়নৰসিংগড়ৰ পৰা যিখিনি মাচোহাৰা আহে তাৰে চাৰিঅনাও আনোখীৰ খৰচ নহয়।

এদিনাখন ৰাতিপুৱা তেওঁৰ আলীজাক সপোনত দেখিলে। তেওঁ যেন সূৰ্যমহলৰ বগা বিচনাত শুই আছে আৰু মহাৰাজে দু হাত প্ৰসাৰিত কৰি তেওঁৰ ফালে আগুৱাই আহিছে। দুটি শৰীৰ এক হৈ গ'ল। মহাৰাজে চুমাৰে ওপচাই দিলে। আনোখীয়ে তন্দ্ৰাৰ মাজতেই শুনিবলৈ পালে মহাৰাজে কৈছে, "আনোখী, জানেমন, আউৰ পাচ আও" বুলি কৈ যেন মহাৰাজে তেওঁৰ বুকুত হাত বুলাইছে।

হঠাৎ আনোখীৰ টোপনি ভাগি গ'ল। তেওঁ লাজ পালে নিজকে দেখি। তেওঁ নিজেই নিজৰ বুকুত হাত বুলাইছে। হঠাৎ তেওঁৰ চকু পৰিল নিজৰ বুকুলৈ। তেওঁতো ইমান দিন লক্ষ্যই কৰা নাছিল। জানোৱাৰতোৰ নখৰ দাগতো নাই। আনোখীয়ে ভাবিবৰ চেষ্টা কৰে কিমান দিন আগৰ ঘটনা। প্ৰায় তিনিমাহ। সেই ৰাতিৰ কথা আনোখীয়ে জানো জীৱনত পাহৰিব পাৰিব?

ৰাতিপুৱাৰ পৰা বিষঠে আৰম্ভ হৈছে। আনোখীয়ে শিব্বোআপাক চিঞৰিছে। শিব্বোৰ বুজিবলৈ কষ্ট হোৱা নাই। শিব্বোই দাৰোৱান, মালী, বাবুচি সকলোকে মাতি হৈ-চৈ লগাই সকলো বন্দোবস্ত কৰিলে। যন্ত্ৰণাত আনোখী প্ৰায় অজ্ঞান।

ৰাতি দুই বজাত আনোখীৰ তন্দ্ৰা ভাঙিছে। ক্ষীণ মাতেৰে মাতিছে, 'শিব্বোআপা'। দৌৰি আহি বেগমৰ মূৰত হাত বুলাই কৈছে, "বোলো বেগম, কোই তকলীফ হ্যায়?"

"নহী আপা" বুলি কৈ শিব্বোৰ কাণে কাণে সুধিছে, "আপা, লড়কা য়া লড়কী?"

আনন্দত আত্মহাৰা হৈ শিব্বোই কৈছে, "মুবাৰক হো বেগম, লড়কী হুই হ্যায়।"

"লড়কী? "শুভানআল্লাহ' বুলি কৈ আনোখী আকৌ শুই পৰিল। আকৌ আনোখীয়ে সপোন দেখিছে। সপোনত মহাৰাজে সুধিছে, "কৈচী হো জানেমন?" টোপনি ভাঙি গ'ল। আনোখীয়ে ভাবিবৰ চেষ্টা কৰিছে ছোৱালীৰ নাম কি হব? আনোখীয়ে আগতেই ঠিক কৰি ৰাখিছিল লৰা হলে নাম হব মনচুৰ আৰু ছোৱালী হলে?

আনোখীয়ে ক'ব লগা হোৱা নাই। শিব্বোই সুধিছে, "ক্যা নাম হোগা মুন্নীকা?"

'বিলকিচ।'

"বিলকিচ বহুত পেয়াৰা নাম হ্যায়।" শিব্বো আপাই আনন্দমনে কলে।

দহদিনমান পিচত আকৌ দেৱানজীয়ে আহি সুধিছে হাৰ হাইনেচৰ কিবা প্ৰয়োজন আছে নে নাই। আনোখী ওলোৱা নাছিল। শিব্বোআপাৰ যোগেদি কৈ পঠিয়াইছে তেওঁৰ কোনো প্ৰয়োজন নাই। দেৱানজী গুচি গ'ল, কিন্তু যোৱাৰ আগতে কৈ গ'ল হিজ হাইনেচ দহদিন মানৰ ভিতৰত উভটি আহিব।

শিব্বো আপাই আনোখীক যেতিয়া এই খবৰ দিছে তেওঁ যেন কঁপি উঠিল। এতিয়া কি হব? তেওঁৰ জীৱনৰ আটাইতকৈ কঠিন সন্ধিক্ষণ তেওঁৰ সম্মুখত উপস্থিত। কি কৰিব তেওঁ।

এদিনাখন ৰাতিৰ অন্ধকাৰত আনোখীয়ে শিব্বোআপা আৰু বিলকিচক লৈ দিল্লী এৰি গৈছে। মাজনিশা দাৰোৱানে দেখিছে বগীখন কেছীৰ পৰা ওলাই যোৱা।

আবেলিতে আনোখীয়ে ঘৰ বন্ধ কৰি চাবিকোছা দাৰোৱানক দিছিল। কৈছিল, কেইদিনমানৰ কাৰণে তেওঁ বাহিৰলৈ যাব। ষ্টেটৰ চাকৰ দাৰোৱানৰ সুধিবলৈ সাহস হোৱা নাছিল যে কলৈ যাব। তেওঁলোকৰ কোনো প্ৰশ্ন কৰা নিষেধ। এয়া গড়নবসিংগড়ৰ আদব-কায়দা।

ফিৰফিৰিয়া ঠাণ্ডা ৰাতি আনোখী লক্ষ্ণৌ ষ্টেচনত নামিছেহি। নমাৰ আগতে তেওঁ বোৰখা পিন্ধি লৈছে। শিব্বোইও তেওঁৰ কথামতে বোৰখা পিন্ধিছে। এবছৰো নগ'ল তাৰ ভিতৰতে খেল শেষ।

কিন্তু আনোখীয়ে এই চহৰত কেনেকৈ মুখ দেখুৱাব? সকলোৱেতো তেওঁক চিনি পায়? কেশৰবাগৰ চহৰতলীত কিমানে হাঁহিব "বড়ী গই থী মহাৰাণী বন্‌নে, আই গই ৱাপচ্ না?" "তভী কহা থা বোৱেগী অপনী কিছমৎ পৰ।" "কোই যাতা হ্যায় লখনৌ ছোড়কে?" নানান কটাক্ষ আৰু মন্তব্য আনোখীয়ে যেন নিজ কানে শুনিবলৈ পালে। এবা লক্ষ্ণৌ এৰি যোৱা সঁচাকৈয়ে কঠিন। বোৰখাৰ ভিতৰতে আনোখীয়ে হাঁহিলে আৰু মনত পৰিল "হম ফিদায়ে লখনৌ হম্‌পে ফিদা ক্যায়া, তাকত হ্যায় আসমা কি ছড়ায়ে মুঝে লখনৌ।" কিন্তু আনোখীতো বাধ্য হৈ উভটি আহিব লগা হৈছে। নহলে তেওঁ কেতিয়াও এই চহৰলৈ উভটি নাহিলহেঁতেন। ইয়ালৈ আহি আকৌ তেওঁ আগৰ দৰে জীৱন নিৰ্বাহ কৰাটো কোনোমতেই সম্ভৱ নহব। লোকনিন্দা হয়তো দুদিনলৈ সহ্য কৰিব পৰা যাব, কিন্তু মহাৰাজ উভটি আহি তেওঁক নেপালে পোনে পোনে ইয়ালৈকে বিচাৰি আহিব। আৰু আনোখীৰ



কোলাত তেওঁৰ দ্বিতীয় সন্তান দেখি তেওঁৰ মনৰ অবস্থা কি হব? আনোখীৰ আকৌ মনত পৰিল মহাৰাজৰ সেই উক্তি: "আনোখী তোমাক মই স্পষ্ট কৰি কথা এটি কওঁ। মই আকৌ কেতিয়াও বিয়া নকৰাও আৰু কোনো সন্তানৰো পিতৃ নহও। তুমি বহু বহু ৰঙীন সপোন দেখা আনোখী কিন্তু কেতিয়াও এই সপোন নেদেখিবা যে তুমি মোৰ স্ত্ৰী আৰু সন্তানৰ মা হবা। মই তোমাক সকলো কথা ক'ব বা বুজাব নোৱাৰিম।"

নহয়, নহয়, তেওঁতো মহাৰাজক কথা দিছে। তেওঁতো সকলো আশাৰ দীপ নুমুৱাই দিছে। তেওঁৰ প্ৰাণ থাকোতে মহাৰাজক বিপদত নেপালায়। তেওঁৰ কাৰণে মহাৰাজে বহু বিপদ মূৰ পাতি লৈছে। তেওঁ নিজকে লোকচক্ষুৰ অন্তৰাললৈ আঁতৰাই নিব। কোনোৱে গমকে নেপাব যে তেওঁ লক্ষ্ণৌলৈ উভটি আহিছে। কিন্তু বিলকিচৰ কি হব? সেই কথা পিচত ভবা যাব। "হোতা ৱহী হ্যায় যো মঞ্জুৰে খুদা হোতা হ্যায়।" কিন্তু এডোখৰ থকা ঠাইৰতো দৰকাৰ। কলৈ যাব আনোখী এই শীতত এই শিশুকলৈ? এই চহৰত কাক বিশ্বাস কৰা যায়? বহু নাম আনোখীৰ মনলৈ আহিল কিন্তু এটা এটাকৈ সকলো বাদ দিলে। হঠাৎ মনত পৰিল পুখৰাজৰ কথা। ছোৱালীজনী অসভ্য, অশ্লীল, বদতমীজ কিন্তু বিশ্বাসী। মনটো পৰিস্কাৰ। শিব্বোক কলে, "আপা মই ইয়াতে অপেক্ষা কৰিছো, তুমি পুখৰাজৰ ওচৰলৈ যোৱা, সুধিবা আমাক দুইতিনি দিনৰ কাৰণে আশ্ৰয় দিব পাৰে নে নাই। দুইতিনিদিনৰ ভিতৰত আমি এটি সৰু ঘৰ বিচাৰি উলিয়াম। তেওঁক মোৰ কচম দি কবা যেন মই অহা কথা কোনোৱে গম নাপায়। তেওঁ যদি ইয়াত সম্মত হয় তেতিয়াহে মই চহৰত সোমাম নহলে আল্লাৰ নাম লৈ যিফালে চকু যায় সেইফালে যামগৈ।

দিল্লীৰ শূন্য কোঠী মহাৰাজৰ বুকুখন হাহাকাৰ কৰি উঠিল। পাগলৰ দৰে এটা কোঠাৰ পিচত আন এটা কোঠালৈ গৈছে আৰু চিঞৰিছে, "আনোখী, জানেমন শৰীকে জিন্দগী"। কোনো উত্তৰ নাই। মাত্ৰ তেওঁৰ মাতৰ প্ৰতিধ্বনি হৈছে। শোৱনী কোঠাত সোমাই তেওঁ অভিভূত হৈ পৰিছে। তেওঁৰ ভাব হল আনোখীৰ শৰীৰ সুবাস যেন বতাহত উৰি ফুৰিছে। তন্ন তন্নকৈ বিচাৰি আনোখীৰ কোনো স্মৃতি মহাৰাজে বিচাৰি নাপালে। তেওঁ একোৱেই থৈ যোৱা নাই।

দাৰোৱান, মালী, বাবুচি সকলো লাইন কৰি ঠিয় হৈছে। কাৰো মুখত একো কথা নাই। কোনোৱে ক'ব নোৱাৰিলে মাজনিশা বেগম কিয় বা কলৈ গুচি গৈছে। "ইউ ব্লাডি বাষ্টাৰ্ডচ" বুলি মহাৰাজে চিঞৰি উঠিছিল। অযোধ্যাপ্ৰসাদে খুব বিনীত ভাবে কলে, "ইওৰ হাইনেচ, ইহঁতক গালি পাৰি লাভ নাই। ইহঁতৰ এনে কি হিম্মত আছে যে হাৰ হাইনেচ কলৈ বা কিয় যায় সুধিবলৈ?"

মাত্র বৃদ্ধ বাবুচি আফজল মিঞাই সাহস কৰি আগুৱাই আহি কলে, "চৰকাৰ ম্যয়নে বহত সমঝায়া বেগম চাহাব কো, কি ইচ হালত মে উনকো নহী জনা চাহিয়ে। পৰ বহ মেৰী এক না শুনী।" (মই তেওঁক বহত বুজাইছিলো যে এই অৱস্থাত তেওঁ কলৈকে যোৱা উচিত নহব কিন্তু তেওঁ মোৰ কোনো কথাই নুশুনিলে)।

মহাৰাজ চিঞৰি উঠিল, "কিচ হালত মে? ইউ ইডিয়ট?" হালি কুর্নিচ কৰি আফজাল মিঞাই কলে, "হজুৰে-আলম বেগম চাহেবা কি গোডমে জো পয়দা হুই।" বেগম চাহেৱাৰ কোলত শাহজাদীৰ জন্ম হৈছে)।

'হোৱাট" বুলি মহাৰাজ বোমাৰ দৰে ফাটি পৰিল আৰু দৌৰি শোৱনী কোঠালৈ গৈ বিচনাত পৰি শিশুৰ দৰে কান্দিব ধৰিলে। কিমান সময় কান্দিছে তেওঁ নিজেই নেজানে। কান্ধত কাৰোবাৰ স্পর্শ পাই উভটি চাই দেখে দেৱানজী ওচৰত ঠিয় হৈ আছে।

দেৱানজীৰ হাতদুখনত ধৰি মহাৰাজে কলে, "দেৱানজী, হোৱাই দিচ হেড্‌ টু হেপেন। এয়া কিয় হল? আনোখীয়ে মোক কিয় এৰি গ'ল?"

"ইওৰ হাইনেচ টেক্ ইট্ ইজী। ইট্ হেজ হেপেণ্ড। হোৱাট কেন ইউ ডু এবাউট ইট্। যি হবৰ সেয়া হৈ গল। আপুনি তাৰ কাৰণে কি কৰিব পাৰে?"

"আই উইল ফাইণ্ড হাৰ আউট, এণ্ড আচক্ হোৱাই চী লেফট্ মী। হোৱাট হেড্ আই ডান্? মই তেওঁ বিচাৰি উলিয়াই সুধিম তেওঁ কিয় মোৰ এৰি গুচি আহিছে। মই কি কৰিছোঁ?

"দেন লেট আচ্ ফাইণ্ড হাৰ আউট?" দেৱানজীয়ে কলে।

মহাৰাজে দেৱানজীক প্ৰায় সাৱট মাৰি ধৰি কলে, "দেৱানজী মই যে প্ৰায় সকলো ঠিক কৰি পেলাইছিলো এইবাৰ সকলোকে আচৰিত কৰি দি আনোখীক বিয়া কৰাম।"

দেৱানজী চমকি উঠিলেও, নিজকে চম্ভালি লৈ কলে--"কিন্তু আপুনি তেওঁক কোৱা নাছিল কিয়?"

"মই তেওঁক চাৰপ্ৰাইজ কৰিব খুজিছিলো।"

"বাট্ ইন দ্য ইভেন্ট, চী হেজ গিভেন ইউ এ চাৰপ্ৰাইজ। তেওঁৱেই আপোনাক চমক খুৱালে।

"হাউ দেৱানজী?"

"দ্য চাইল্ড।"

"কিন্তু মইতো সেই শিশুক গ্ৰহণ কৰিলোহেঁতেন মোৰ সন্তান বুলি। আমি ৰজাবোৰে সকলো কথাৰ উত্তৰ দিব নেলাগে। আৰু এইবোৰ লৈ কোনোৱে মূৰ ঘমোৱাৰো প্ৰয়োজন নাই। সন্তান বিয়াৰ আগতে হ'ল নে বিয়াৰ পিচত হল সেইটো বৰ ডাঙৰ কথা নহয়। আনোখীয়ে জনা নাছিল কিন্তু মোৰ সন্দেহ হৈছিল যে চী ইজ কেৰীয়িঙ।



"কিন্তু মহাৰাজ আপুনি এই আশাৰ প্ৰদীপ তেওঁক কিয় দেখুৱা নাছিল? তেওঁ কি লৈ, কি আশাত, ইয়াত থাকিব? তেওঁতো জানিছিল যে তেওঁকতো আপুনি বিবাহ নকৰে আৰু কোনো সন্তানো আপুনি বিচৰা নাছিল।"

কিন্তু দেৱানজী মইতো তেওঁক বহবাৰ হিন্টচ্ দিছিলোঁ।"

"হোয়াট হিন্টচ্ মহাৰাজ?"

"মই যোৱাৰ আগতে তেওঁক কৈছিলো যে উভটি আহি মই হয়তো সলনি হৈ যাম। দেট্ ওৱাজ এ গুড হিন্ট—দেৱানজী।

"ইওৰ হাইনেচ, শিশুৰ দৰে নিস্পাপ আনোখী বেগমৰ দৰে ছোৱালী এজনীৰ পক্ষে এই হিন্ট বুজি পোৱাতো বৰ কঠিন মহাৰাজ।"

"অলৰাইট, দেৱানজী, ইউ আৰ ৰাইট, এণ্ড আই এম ৰং, বাট্ আই উইল ফাইণ্ড হাৰ আউট চামহোৱেৰ চাম ডে।" বুলি কৈ ঠিয় হৈ কলে, "এণ্ড নাউ লেট আচ গো বেক টু গড়নৰসিংগড়।" এটোপাল চকুপানীও তেতিয়া তেওঁৰ চকুত নাই।

দেৱান অযোধ্যাপ্ৰসাদৰ হাতখন থৰ থৰকৈ কঁপি উঠিল। তেওঁৰ চকু পানী ওলোৱাৰ উপক্ৰম। তথাপিও নিজকে সংযত কৰি কলে, "ইওৰ হাইনেচ, আমি গড়নৰসিংগড়লৈ উভটি নেযাও। আমি দিল্লীতেই থাকিব লাগিব।"

"হোৱাই?"

'কাৰণ মেজেষ্টিজ গভর্ণমেন্টৰ হুকুম।" বুলি কৈ পকেটৰ পৰা তেওঁ সেই হুকুমনামাখন উলিয়ালে। লেফাফাৰ ওপৰত সেই পৰিচিত ক্ৰাউনৰ চীল। দেৱান-জীৰ হাত সমানে কঁপিছে। কিন্তু সেই হুকুমনামা পঢ়োতে মহাৰাজৰ কোনো ভাব-প্ৰৱণতা প্ৰকাশ নেপালে। পঢ়া শেষ কৰি কলে, "চো দ্যাট্ ইজ দ্যাট্। আই হেড লণ্ট বোথ, মাই ষ্টেটট এজ ওৱেল এজ মাই আনোখী।" বিলাতত পঢ়া সময়ত টেনিচনৰ কবিতাতো মনত পৰিছে "ইট ইজ বেটাৰ টু হ্যাড লাভড্ এণ্ড লণ্ট দ্যান টু নট্ টু লাভ এট্ অল।"

মহাৰাজৰ স্মৃতিৰোমন্থনত বাধা দি দেৱানজীয়ে তেওঁক সকলো ঘটনাৰ কথা কলে। মহাৰাজ দিল্লীলৈ যোৱাৰ দুদিনমান পিচতেই প্ৰজাসকলে সকলো কথা গম পায়। তেওঁলোক খণ্ডত ফ্লেগষ্টাফ হাউচ আৰু থানা জ্বলাই দিয়ে। তেওঁলোকৰ দাবী, তেওঁলোকৰ মহাৰাজক ওভটাই আনি দিব লাগে। এই ঘটনাৰ কেইদিনমান পিচতে হুকুমনামা আহিছে--

"The majesty's government has regretfully come to the conclusion that the Maharaja is engaging himself in extremely prejudiced activities and that he has forfeited all claims to the

continued enjoyment by him of his present position as ruler of the State of Garnarsingarh."

"Accordingly in exercise of the powers vested in him the Governor General in Council hereby directs that with effect from the date of this order, His Highness Maharajadhiraj Rudrapratap Singh of Garnarsingarh do cease to be recognised as the ruler of Garnarsingarh and that his minor son Yubraj Aditya Narayan Singh be recognised as the ruler in his place."

"Till such time as the Yubaraj becomes a major, his maternal uncle Kunwar Lalit Narayan Singh, brother of the Late Her Highness Maharani Sulakshana Devi shall act as the agent."

ইয়াৰ লগত গড়নৰসিংগড় আৰু মেজেষ্টিজ গভৰ্ণমেন্টৰ এটি পুৰনি treaty (সন্ধি) কিছুমান লাইন বেলেগে হুকুমনামাৰ লগত গাঁথি দিয়া আছিল।

"If at anytime through the misconduct of myself or my successors, my state should fall into great disorder or great oppression should be practised, then I or my successors, shall be liable for suspension or forfeiture of all ruling powers."

"দেৱানজী, চো ইট্ ইজ অল ওভাৰ? সকলো শেষ, নহয়নে? মোক ডিপোজ (গদিচ্যুত) কৰা হল, নহয়নে?"

"মহাৰাজ ইট্ ইজ নট অল ওভাৰ। ইউ উইল হ্যাভ টু ফাইগু হাৰ হাইনেচ।"

"ইয়েচ দেৱানজী, উই উইল হ্যাভ টু ফাইগু হাৰ চামহাউ, চামহোৱেৰ, চামডে।"

"ইয়েচ মহাৰাজ, চামহোৱেৰ, চামডে, বাট মাইনাচ্ মী।"

"হোৱাট ননচেন্স দেৱানজী?"

"হা মহাৰাজ, মই যি কৈছো ঠিকেই কৈছো। মোক আপোনাৰ কোনো দৰকাৰ নহয়। যেতিয়া ৰাজ্যও নাই, ৰজাও নাই, তেতিয়া দেৱানৰ প্ৰয়োজন কি?"

চমকি উঠিল মহাৰাজ।

"মহাৰাজ আপুনি মোৰ কথা পাহৰি যাওঁক। আৰু এটা হুকুম মেজেষ্টি গভৰ্ণ-মেন্টৰ আছে যে আপুনি বাকী জীৱন দিল্লীতেই থাকিব লাগিব।"

"কিন্তু দেৱানজী, মই প্ৰথমতে লক্ষ্ণৌলৈ যাব লাগিব। আনোখী নিশ্চয় লক্ষ্ণৌত আছে। আপুনি মোক লক্ষ্ণৌ যোৱাৰ ব্যৱস্থা কৰি দিয়ক। আনোখীক মই বিচাৰি উলিয়াবই লাগিব।"

"ইয়েচ মহাৰাজ, উই উইল ফাইগু হাৰ" কলে দেৱানজী।



বিলকিচ্‌ক সাবটি ধৰি লক্ষ্ণৌ ষ্টেচনৰ প্লেটফৰ্মত আনোখী ঠাণ্ডাত কঁপিছে। শিব্বো আপাই কি কৰিছে কোনে জানে? তেওঁ পুখৰাজক বিচাৰিয়ে পোৱা নাই? ভয়ানক দুঃশ্চিন্তাত পৰিল আনোখী। তেনে তেওঁ জানো লক্ষ্ণৌলৈ আহি ভুল কৰিলে? নানা চিন্তা মগজুলৈ আহিব ধৰিলে। কিহৰ বাপেইবা তেওঁৰ মাকে তেওঁক গড়নৰসিংগড়লৈ পঠিয়াইছিল? ভাল ভাবেইতো তেওঁ লক্ষ্ণৌত আছিল। গোটেই ভাৰতৰ চমজদাৰ আৰু কদৰদাৰাঁ। শতমুখে তেওঁৰ নাচ-গানৰ প্ৰশংসা কৰিছিল। তেওঁ বিশ বছৰত যি নাম কিনিছিল, সেয়া বহুতৰে ঈৰ্ষাৰ বস্তু আছিল। আনোখীয়ে ভাল ভাবে জানিছিল, সেই সময়ত অন্তত গজল গানত তেওঁৰ সমকক্ষ লক্ষ্ণৌত কোনো নাছিল। আৰু এনেদৰেই হয়তো চিন্তাহীন ভাবে সুখত দিন অতিবাহিত হ'লহেঁতেন। মাত্ৰ বিশ বছৰ বয়সত তেওঁ যিমান মহফিলত নাচিছে আৰু গাইছে খুব কম ছোৱালীৰ ভাগ্যত সেয়া ঘটিছিল। কিন্তু সেইবোৰ কৰবাত যেন হেৰাই গ'ল।

বিলকিচ্‌ক সাবটি ধৰি আনোখীয়ে চিন্তা কৰিলে এই ছোৱালীৰ ভবিষ্যত কি হ'ব? আনোখী বেছিদিন পুখৰাজৰ লগত নেথাকে। নিজেই এডোখৰ ঠাই বিচাৰি ল'ব। নিজৰ জীৱনৰ ছায়া একোতেই তেওঁ ছোৱালীৰ জীৱনত পৰিব দিব নোৱাৰে। বিল্‌-কিচ্‌ৰ জ্ঞান হোৱাৰ আগতেই তেওঁ তাইৰ জীৱনৰ পৰা আতৰি যাব। শিব্বো আপা আৰু বিলকিচ্‌ক অন্য কোনো চহৰলৈ পঠিয়াই দিব। ছোৱালীৰ ভবিষ্যৎ ছোৱালীয়ে ঠিক কৰি ল'ব। তেওঁৰ ছোৱালী নিশ্চয় তেওঁতকৈ ভাল নাচনেৱালী হব। ভাল গজল গায়িকা হব। আনোখীৰ অৰ্থৰ অভাৱ নাই। প্ৰয়োজনতকৈ বেছি অৰ্থই মহাৰাজে দিছে, সেই সকলো তেওঁ ছোৱালীৰ কাৰণে থৈ যাব। মাত্ৰ আপাক কৈ যাব তেওঁৰ জীৱন ধাৰণৰ কাৰণে কেইটিমান টকা যেন আনোখীলৈ পঠিয়ায়। তেওঁৰ নিজৰ প্ৰয়োজন সামান্য। দিল্লীৰ কোঠীও তেওঁৰ নামত। কিন্তু তেওঁ কেতিয়াও সেই কোঠীৰ কাৰণে দাবী নকৰে। দাবী কৰিলেতো সকলোৱে তেওঁৰ অস্তিত্বৰ কথা জানিব। দ্বিতীয়তে, তেওঁৰ কাৰণে যিজনে ইমানখিনি কৰিছে তেওঁৰ দান তেওঁ কেনেকৈ ল'ব? এয়াতো এহচান-ফৰামোচ (অকৃতজ্ঞ) তেওঁ নহয়।

কিন্তু দুটা কথা আনোখীয়ে স্পষ্ট ভাবে শিব্বোআপাক কৈ দিব। প্ৰথম, তেওঁৰ ছোৱালীয়ে যেন তেওঁৰ জিচম্ (শৰীৰ) বিক্ৰী নকৰে। পৰম্পৰাগত নথ খোলাৰ অনুষ্ঠান যেন তেওঁ নকৰে। তেওঁৰ নাম যশ অৰ্থ যেন নিজগুণতে হয়। জিচম্ তেওঁকেই দিব যিজনে তেওঁক মাত্ৰ বিয়া কৰাব। বিয়াৰ ৰাতিহে যেন বিলকিচ্‌ৰ নথ খোলা হয়। তেওঁৰ জীৱন যেন তেওঁৰ মাক আৰু আইতাকৰ দৰে নহয়।

আৰু দ্বিতীয় কথা, বিলকিচ্‌ক এৰি যোৱাৰ দিনলৈকে তেওঁৰ ডায়েৰী শিব্বোআপাক দি থৈ যাব। কিন্তু তালাহৰ কচম দি তেওঁ আপাক কব যে এই ডায়েৰী তেওঁ যেন বিলকিচ্‌ক দিয়ে তেওঁৰ মৃত্যুৰ পিচত। তাৰ একমিনিট আগতেও নহয়।

তেওঁ জীয়াই থাকোতে যেন বিলকিচে তেওঁৰ মাকৰ ইতিহাসৰ কথা যেন জানিব নোৱাৰে। যদি আনোখীৰ আগতে শিব্বোআপাৰ মৃত্যু হয়, তেতিয়া সেই ডায়েৰীৰ কথা কোনোৱে গম নেপাব। অতীতৰ গৰ্ভত লুপ্ত হৈ যাব আনোখী বেগমৰ দাস্তান। ডাঙৰ হৈ বিলকিচ্ যদি আপাৰ পৰা তেওঁ মাক-দেউতাকৰ নাম জানিব খোজে? তেওঁতো অন্তত নিজৰ মাকৰ নাম জানে। কিন্তু তেওঁৰ সন্তানেতো এজনেৰো নাম নেজানিব। নে তেওঁ, আপাক ক'ব বিলকিচ্ৰ মা আছিল লক্ষ্ণৌৰ নামকৰা নাচনেৱালী আৰু গজল গানেৱালী। আৰু বাপেকৰ নাম এটা দিলেই হ'ব। লগে লগে আনোখীয়ে নিজে নিজৰ জিভা কামুৰি ধৰিছে। এয়া তেওঁ কি ভাবিছে? বিলকিচ্ৰ বাপেক জানো যিকোনো মানুহ? কিন্তু বিলকিচৰ বাপেকে যে কোনো সন্তানৰ পিতৃ হ'ব খোজা নাছিল। বোৰখাৰ ভিতৰতে আনোখীৱে কান্দি পেলালে। জন্মদাতাই যদি পিতৃত্ব স্বীকাৰ কৰিব নোখোজে, সৰু এটা মিছা কথা ক'লে এনে কি পাপ হ'ব? আৰু তেওঁতো ছোৱালীৰ ইজ্জত ৰখাৰ কাৰণেই এই মিছা ক'ব খুজিছে। হঠাতে আনোখী তেওঁৰ চাহনেৱালাসকলৰ (প্ৰেমিক) নাম মনত পেলাবলৈ চেষ্টা কৰিলে। বহুতেই আছিল। কিন্তু তেওঁ কেতিয়াও এজনৰ কথা পাহৰিব নোৱাৰে। নবাবজাদা চিকন্দৰ খাঁ। বহু বয়স খা চাহেবৰ হৈছিল কিন্তু আনোখীৰ কাৰণে পাগল আছিল। তেওঁ চঁহৰৰ নামকৰা ৰইচ (ধনী) আৰু চমঝদাৰ আৰু চব্বিশ ঘন্টাৰ বাৰঘন্টাই কেশৰবাগৰ আশেপাশে কটাইছিল। নিচাতে শ্বেৰ শ্বাইৰী গাইছিল আৰু বাটৰ মানুহক সুধিছিল, "তুমনে আনোখীকো দেখা?" মানুহে হাঁহিছিল। বহুবাৰ তেওঁ উমৰাও-জানৰ কোঠীলৈ আহিব খুজিছিল। কিন্তু ফজু মিঞাই নানান অজুহাত দেখুৱাই আঁতৰাই পঠিয়াইছিল। আজি হয়তো তেওঁ মৰহুম (মৃত) চিকন্দৰ খাঁ এবা, সেয়ে ভাল, শিব্বো আপাই বিলকিচ্ক কৈ দিব তেওঁৰ বাপেক নবাবজাদা চিকন্দৰ খাঁ। আৰু মাক আনোখী বেগম। দুজনেই খুদা কে পেয়াৰে হো গয়ে (দুজনকেই ভগবানে লৈ গৈছে)।

নিজৰ মনতেই আনোখীয়ে তেওঁৰ সকলো সমস্যাৰ সমাধান কৰি পেলালে। চকু মোহাৰি বোৰখাৰ ভিতৰতে আনোখীয়ে মৃদু ভাবে হাঁহিলে। ঠিক সেই সময়তেই বিলকিচে কান্দি উঠিল। বোৰখাৰ ভিতৰতেই আনোখীয়ে তেওঁৰ উন্নত গধুৰ বুকু শিশু বিলকিচৰ পাতল ওঁঠৰ ফালে আগুৱাই দিছে।

কিন্তু শিব্বোআপা এতিয়াও আহি নাপালে কিয়? ইফালে আনোখী ঠাণ্ডাত থৰ্ থৰকৈ কঁপিছে।



## ১১

প্ৰায় দুঘন্টা পিচত শিব্বোআপা উভটি আহিল। আনোখীয়ে কলে, "আপা বহুত দেৰ হো গই হ্যায়, কহা গই থী তুম?"

শিব্বো আপাই বোৰখাৰ সম্মুখত থকা ঢাকনীখন দাঙি কলে, "গজব্ হৈ গৈছে বেগম। মই কেশৰবাগ আৰু তাৰ ওচৰে পাজৰে থকা চহৰতলীত তন্ন তন্নকৈ বিচাৰিলোঁ। আমাৰ সময়ত যিসকল আছিল তাত এতিয়া কোনো নাই। কেশৰবাগ আৰু চহৰতলীৰ চেহেৰাই সলনি হৈ গৈছে।"

"মোৰ মাৰ কোঠী, সেয়া আছে নে নাই?"

"নাই বেগম, মইতো দেখা নাপালো। বহু মহল ভাঙি গৈছে আৰু কিছুমান ভাঙি পেলোৱা হৈছে। পুখৰাজ তেওঁৰ পুৰনি ঘৰত নাই। অন্য ঘৰলৈ গৈছে। তেওঁক বিচাৰি উলিয়াওতেই তো ইমান সময় লাগিল।"

"পুখৰাজক সকলো কথা কৈছা আপা? তেওঁ কি কলে?" আগ্ৰহেৰে আনোখীয়ে সুধিলে।

"পহলে তো ফুট্ ফুটকে ৰোই, উচকে বাদ বোলি জলদি লে আও আনোখী কো। পুখৰাজ নিজেই আহিলহেঁতেন কিন্তু তেওঁৰ শৰীৰ খুব বেয়া কাৰণে নাহিল, তেওঁ তোমাৰ সকলো চৰ্ত মানিবলৈ সম্মত আছে।"

"চলো আপা" আনোখী বিলকিচ্ক লৈ ঘোৰ্ৰা গাড়ীত উঠি বহিল।

প্ৰায় এঘন্টা পিচত পুখৰাজৰ ঘৰৰ সম্মুখত গাড়ী ৰ'লহি। পুখৰাজক দেখি

আনোখী ভূত দেখাৰ দৰেই চমকি উঠিল! এয়া কি চেহেৰা সদাহাস্যময়ী পুখৰাজৰ?

বহুৰাতিলৈ আনোখীয়ে পুখৰাজৰ পৰা গল্প শুনিছে। মাজে মাজে কাঁহিছে আৰু ভিতৰলৈ দৌৰি গৈছে। আনোখীয়ে সকলো শুনিলে। তেওঁৰ মাকৰ মৃত্যুৰ কথা, কেশৰবাগ আৰু ওচৰ-পাজৰ চহৰতলীৰ অৱনতিৰ কথা।

আনোখীৰ কথা, মহাৰাজৰ কথা, গড়নৰসিংগড়ৰ কথা, বিলকিচ্‌ৰ কথা, পুখৰাজে একো কথাই নুসুধিলে। মাত্র শুবৰ সময়ত কলে, "তুমি মোক আল্লাহৰ কচম খুৱাইছা যাতে মই কাকো একো কথা নকওঁ। কচম মই খাইছো। কিন্তু ভাঙিব খুজিলেও সেই কচম মই ভাঙিব নোৱাৰো আনোখী, কাৰণ সেয়া ভঙাৰ কাৰণে মই জীয়াই নেথাকিম।"

এইবাৰ আনোখী স্থিৰ হৈ থাকিব নোৱাৰিলে। কান্দোনত ভাঙি পৰিল।

পিচদিনাখন আবেলি আনোখীয়ে শিন্দোক লগত লৈ গোৰস্থানলৈ গৈ তেওঁৰ মাৰ মজাৰৰ সম্মুখত 'কন্দীল' (মমবাতি) জ্বলাইছে। কবৰৰ ওপৰত মূৰ খুন্দিয়াই কৈছে, "আম্মীজান, ইয়ে চব ক্যায়া হুৱা।" পিচত নিজকে সংযত কৰি কলে, "আম্মীজান খুদা তুঝে জন্নত বখ্‌চে।" (ভগৱান যেন তোমাক স্বৰ্গলৈ লৈ যায়)।

বোধহয় এমাহমান পিচৰ কথা। শিন্দো আপা দুইমহলৰ খিৰিকীৰ কাষত বিল-কিচ্‌ক কোলাত লৈ টোপনি আনিবলৈ চেষ্টা কৰি আছিল। তেতিয়া প্রায় সন্ধ্যা লাগোঁ লাগোঁ। এখন ডাঙৰ গাড়ী পুখৰাজৰ ঘৰৰ গলিত সোমাবলৈ চেষ্টা কৰিছে। প্রথমে শিন্দোই ভাবিলে পুখৰাজে পেশা এতিয়াও এৰা নাই জানো? কিন্তু পুখৰাজৰ শৰীৰ আৰু চেহেৰাৰ যি অৱস্থা, কোন আহিব তেওঁৰ ওচৰলৈ? গাড়ীখন সোমাব নোৱাৰি ৰৈ গ'ল। গাড়ীৰ পিছৰ দুৱাৰখন খুলি এজন মানুহ ওলাই আহিল। "হায় আল্লাহ" বুলি কৈ শিন্দো যেন বৰফৰ দৰে গোট মাৰিলে। গাড়ীৰ পৰা নামিল মহাৰাজ ৰুদ্রপ্রতাপ সিং। তেওঁৰ হাতত লাঠি। এই কেইমাহমানৰ ভিতৰত তেওঁৰ যেন বয়স বহু বাঢ়ি গৈছে। মুখত বেদনাৰ ছাপ। কিন্তু শিন্দোৰ ইমান চোৱাৰ সময় ক'ত? বিলকিচ্‌ক সাবট মাৰি ধৰি চিৰিৰে খৰধৰকৈ নামি আহিল। পুখৰাজ আৰু আনোখী তেতিয়া তাচ খেলি বহি আছিল। শিন্দোই আহি কলে, "গজব হো গয়া বেগম, মহাৰাজ আ ৰহে হ্যাঁয়।"

আনোখীৰ মূৰত যেন বজ্রপাতহে পৰিল। "ইয়া আল্লাহ, অব্ ক্যায়া হোগা পুখৰাজ ইয়া ইলাহী, তুনে ইয়ে ক্যায়া কিয়া?" মহূৰ্ততে পুখৰাজে পৰিস্থিতি বুজি লৈ আনোখী আৰু শিন্দোক বিলকিচ্‌ৰ সৈতে ওচৰৰ কোঠাত সমৱাই দি কলে, "কাৰোবাৰ যদি মাত মই শুনিবলৈ পাওঁ, সেই ডিঙি মই কাটি পেলাম। মোক পৰিস্থিতি চম্ভালিবলৈ দিয়া।" চিৰিত মহাৰাজৰ ভৰিৰ শব্দ আৰু লাঠিৰ শব্দ।

উশাহ বন্ধ কৰি আনোখীয়ে বিলকিচ্‌ক লৈ দুৱাৰৰ সিকাষত ৰৈ আছে। কাষত



শিন্দো। কিছুসময় পিচত পুখৰাজৰ মাত শুনিবলৈ পোৱা গ'ল, "আলীজা, আপ? বহোত বহোত চুকৰিয়া গৰীৰ পৰৱৰ আপনি মোৰ গৰীৱখানালৈ আহিছে। কিন্তু মহাৰাজ মইতো পেশা এৰি দিছো। অন্য কাৰোবাক জানো হাজিৰ কৰিম আপোনাৰ খিদমতে?"

"পুখৰাজ বেগম মই কাৰো ওচৰলৈ অহা নাই। মই বিচাৰিছোঁ মোৰ আনোখী বেগমক। তেওঁ ক'ৰবাত যেন হেৰাই গৈছে। তেওঁ তোমাৰ পুৰণি বন্ধু। এ ভাবি লক্ষ্ণৌলৈ আহিলো। তুমি হয়তো ক'ব পাৰিবা তেওঁ ক'ত? তেওঁক যে মোৰ ভীষণ দৰকাৰ। তেওঁক মাত্র মই ইয়াকে কম মই সলনি হৈ গৈছোঁ। মই যে তেওঁক কথা দিছিলোঁ।" মহাৰাজৰ মাতত সেই অহমিকা, সেই হুকুমৰ বেশ আৰু নাই। আনোখীয়ে যেন এক ব্যথিতহৃদয়, পৰাজিত মানুহৰ ডিঙিৰ মাত শুনি-বলৈ পালে। আনোখীৰ চকু পানী বৰলৈ ধৰিলে।

"হুজুৰে আনৱৰ আপনাৰ বহুত বহুত মেহেৰবাণী, আপুনি মোৰ গৰীবখানালৈ আহিছে। কিন্তু মইতো আপোনাক সুধিব খুজিছো মোৰ বন্ধু আনোখী ক'ত?"

"মই জনাহেঁতেন তোমাক নিশ্চয় কলোহেঁতেন পুখৰাজ। কিন্তু মই তেওঁক হেৰুৱাইছোঁ। হয়তো মোৰ নিজ দোষতে। মই গোটেই হিন্দুস্তান বিচাৰিছো, কিন্তু তেওঁক পোৱা নাই। শেষ আশালৈ লক্ষ্ণৌলৈ আহিছিলোঁ––কিজানি তুমি তেওঁৰ কিবা খবৰ দিব পাৰা।" মহাৰাজৰ মাত কান্দোনত ভাঙি পৰিছিল। আনোখীয়ে দুৱাৰৰ কাষত ঠিয় হৈ ছটফটাই আছিল। ঠিক তেনেসময়তে বিলকিচে কান্দিব খুজিছিল। আনোখীয়ে হাতেৰে মুখখন চেপি ধৰি মনে মনে কলে, "ইয়া ইলাহী, মুঝে মাফ কৰনা।"

"হুজুৰে আনৱৰ, আনোখী ইয়ালৈ অহা নাই। কিন্তু আপোনাক কথা এটা সুধিব খোজো? আপুনি মোৰ ঠিকানা পালে ক'ত? পুখৰাজৰ মাত আনোখীয়ে শুনিলে।

"বেগম মই দুঘন্টা ধৰি ঘূৰি ফুৰিছোঁ। কেশৰবাগ আৰু ওচৰ-পাজৰৰ চহৰতলী সকলোবোৰ সলনি হৈ গৈছে। কোনোৱে ক'ব নোৱাৰিলে তোমাৰ কোঠী, কত উমৰাও-জানৰ কোঠী আৰু কলৈবা গৈছে গুলবানো আল্লাৰাখী আৰু বাকী অন্যবোৰ।"

"তেনেহলে কোনে দিলে মোৰ ঠিক না!" পুখৰাজে আকৌ সুধিলে।

"মই হতাশ হৈ উভটি যাব খুজিছিলোঁ বেগম। কিন্তু হঠাতে দেখা হল সেই পগলা মাতাল নবাবজাদা চিকন্দৰ খাঁনৰ লগত। এসময়ত তেওতো আনোখীৰ প্রেমত ছটফটাইছিল। আৰু বুঢ়া হৈছে খা চাহেব, কিন্তু অভ্যাস যোৱা নাই, মোৰ গাড়ী ৰখাই সুধিলে, "আপ ভী ঢুণ্ঢ ৰহে হ্যায় আনোখীকো? মই কলো, মই পুখৰাজক বিচাৰিছোঁ। খাঁ চাহেবে এই ঠিকনা দিলে। সেই কাৰণে আহিলোঁ। তকলীফ মাফ কৰো। যদি কেতিয়াবা আনোখীৰ খবৰ পোৱা মোক দিল্লীত

জনাবা। এয়া মোৰ দিল্লীৰ ঠিকনা।" ঠিকনা দি মহাৰাজে লাঠিৰে শব্দ কৰি কৰি নামি গ'ল।

দুৱাৰৰ জিটো কামত আনোখীয়ে বিলকিচ্‌ৰ মুখত চেপি ধৰি অব্যক্ত কান্দোনত ভাঙি পৰিছিল। তেওঁৰ বুকুৰ ওপৰেদি এডাল যেন ক'লা বিষাক্ত সাপহে পাৰ হৈ গ'ল। নবাবজাদা চিকন্দৰ খাঁ এতিয়া জীৱিত? তেওঁতো ভাবিছিল তেওঁ মৃতবুলি আৰু সেই কাৰণেই শিশুটোক বিলকিচ ডাঙৰ হলে কৰলৈ দিছিল তেওঁৰ বাপেকৰ নাম নবাবজাদা চিকন্দৰ মিৰ্জা। এতিয়া কি হ'ব?

খিল খিলাই হাঁহি পুখৰাজ সোমাই আহি কৈছিল, "অব তো হো গয়া না চব্ ঠিক? অব কিউ বো ৰহী হ্যায় পাগলী?" বিলকিচ্‌ৰ মুখৰ ওপৰত চেপি ধৰা দেখি চিঞৰি ওচৰলৈ আহিছে। তাৰ পিচত কি ভাব হল "অব তো দুধ পিলাদে শাহাজাদীকো।"

কান্দোনৰ মাজতেই এক অদ্ভুত হাঁহি মাৰি আনোখীয়ে সকলো লাজ-অপমান পাহৰি গৈ উপচি পৰা স্তন বিলকিচ্‌ৰ ওচৰত দাঙি ধৰিছে আৰু বিলকিচে অকনমানি হাতখনেৰে গাখীৰেৰে ভৰ্তি স্তন খামুচি ধৰিছে।

হঠাতে বিকট ভাবে পুখৰাজে কাঁহিবলৈ আৰম্ভ কৰিলে। সেই কাঁহ যেন বন্ধই হ'ব নোখোজে। আনদিনাখনৰ দৰে দৌৰি পলাই যাব খুজিছিল, কিন্তু নোৱাৰিলে। মুখৰ পৰা ওলোৱা তেজ মাটিত পৰিল। 'ইতনা খুন' বুলি আনোখী দৌৰী আহিছে পুখৰাজে তেওঁক আঁতৰাই দি কলে, "আনোখী, শিবেৰাআপাক কোৱা এখন ঘোৰা গাড়ী মাতি আনিবলৈ।"

হচপিতালৰ পৰা পুখৰাজ পুনৰ উভটি নাহিল।

আনোখীয়ে কন্দা নাই। অলপো কন্দা নাই। বহু চেষ্টা কৰিও তেওঁ কান্দিব পৰা নাছিল। তেওঁৰ ইমান চকুপানী আজি কলৈ গ'ল বুজিব নোৱাৰিলে।

সেইদিনাখনেই সন্ধ্যাবেলা আৰু দুটি ঘটনা ঘটিল। প্ৰথমতো চ'ক বজাৰত। মাতাল হৈ চ'ক বজাৰত পগলাৰ দৰে ঘুৰি ফুৰিছিল বৃদ্ধ নবাবজাদা চিকন্দৰ খাঁ। ওচৰত যাকে পাই সুধিছে, "মেৰী আনোখীকো কঁহী দেখা? ম্যায় পাচ চাল চে ঢুঁঢ় ৰহা হুঁ। তব বহ্ চোলহ চাল কিথী।"

মানুহে খুন্দা মাৰি আঁতৰাই দি কৈছে, "চালা পাগল হ্যায়।" এনে সময়তে এখন গাড়ী তীব্ৰ গতিত বজাৰলৈ আহিছিল আৰু আনোখীৰ খবৰ লবলৈ বুলি আগবাঢ়ি যাওঁতেই গাড়ীৰ ব্ৰেক ধৰাৰ এক তীব্ৰ আৰ্তনাদ শুনা গল আৰু কিছুসময় পিচত খাঁ চাহাবৰ মৃতদেহ গাড়ীৰ তলৰ পৰা টানি উলিয়ালে। ওচৰৰ ঘৰৰ পৰা তবলা, চাৰেঙ্গী, নুপুৰৰ কৰ্কশ শব্দ ভাঁহি আহিছিল।

চ'ক বজাৰৰ পৰা খবৰটো পুখৰাজৰ ঘৰ পাওতেই বেছি সময় নেলাগিল। চ'ক বজাৰৰ সকলোৱে জানিছিল পুখৰাজৰে অলপ দয়া-মমতা চিকন্দাৰ খাঁৰ প্ৰতি আছিল।



কোনোৱে তেওঁক ঘৰত সোমাব দিয়া নাছিল, কিন্তু ব্যৱসায় এৰি দিয়াৰ পিচতো পুখৰাজে তেওঁক ওপৰলৈ মাতি নি পান দোক্তা খুৱাইছিল।

এটা দহ বাৰ বছৰৰ লৰা পুখৰাজৰ ঘৰলৈ দৌৰি আহিছে। বন্ধ দুৱাৰত শব্দ মাৰি লৰাটোৱে চিঞৰি কলে, "বেগম বহুত জৰুৰী খবৰ হ্যায়।"

নিজৰ ডিঙিৰ মাত অলপ সলনি কৰি আনোখীয়ে কলে, "ম্যায় গোচল কৰ ৰহী হুঁ। বোল ক্যায় বোলনা হ্যায়।" ল'ৰাটোৱে চিঞৰি চিঞৰি চিকন্দৰ খাঁৰ মৃত্যুৰ কথা শুনালে।

ঠিক এঘন্টা পিচত আকৌ কোনোবাই দুৱাৰত শব্দ কৰিছিলহি।

আকৌ আনোখী মাত সলনি কৰি সুধিলে, "কৌন হ্যায়?"

"ম্যাঁয়, তোফিক মিঞাঁ হুঁ। ৰেচিডেন্সী কোঠী চে আয়া হুঁ।"

"তৌফিক মিঞা?" নামটো শুনিয়েই আনোখী চমকি উঠিল। এই নামটো তেওঁ ক'ৰবাত শুনিছে। বোধহয় মহাৰাজৰ ওচৰত। ৰেচিডেন্সী কোঠীত মহাৰাজ আৰু কৰ্ণেল জোন্সৰ লগত কাজিয়া হোৱা সময়ত বোধহয় তৌফিক মিঞাঁও আছিল। মহাৰাজেই এদিনাখন কৈছিল।

মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিংক ভাল লাগিছিল তৌফিকৰ। ৰেচিডেন্সী কোঠীত চাকৰী কৰে কাৰণে তেওঁ প্ৰায় সকলো খবৰে পায়। তেওঁ জানে মহাৰাজ আৰু আনোখী বিছিন্ন হৈ গৈছে। তেওঁ ইয়াকো জানে আনোখী আৰু পুখৰাজ অন্তৰঙ্গ বন্ধু। সেই কাৰণে খবৰটো পায়েই তেওঁ পুখৰাজক দিবলৈ আহিছে। খবৰ আহিছে দিল্লীৰ পৰা ৰেচিডেন্সীলৈ। সেয়া লৈ কোঠীত হৈ চৈ লাগিছে।

আনোখী আকৌ মাত সলনি কৰি কলে, "ম্যায় তো গোচলখানে মেঁ হুঁ। বোলো ক্যায়া বাত হ্যায়?"

তৌফিক মিঞাঁই খবৰটো দিলে।

মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিং দিল্লীত পলো খেলি থাকোতে আজি হঠাতে পৰি যায়। মূৰত দুখ পাইছিল। হচপিতাললৈ নিওতেই বাটতে মৃত্যু হয়। মেজেষ্টিজ গভৰ্ণমেন্টে মৃতদেহ গড়নৰসিংগড়লৈ পঠিয়াবলৈ দিয়া নাই। কাৰণ তাত এতিয়া কুঁওৰ ললিত নাৰায়ণ সিংৰ বিৰুদ্ধে তুমুল গন্দগোল হৈ আছে। প্ৰজাবোৰে তেওঁলোকৰ ৰজাৰ মৃতদেহ বিচাৰিছে। তাত গুলিয়া গুলী চলি আছে। ৰেচিডেন্ট জৰ্জ আৰ্থাৰ জনচনলৈ সকলো খবৰ আহি আছে।

আনোখীয়ে কন্দা নাই। অলপো কন্দা নাই। তৌফিক গুচি গৈছে।

আনোখী সঁচাকৈয়ে গোচলখানালৈ গ'ল। নিজকে বিবস্ত্ৰ কৰি আয়নাত চাইছে। কিন্তু তেওঁৰ কান্দোন কিয় অহা নাই? আনোখীয়ে নিজকে চালে। বুকুৰ আচোৰৰ দাগ নাই। তলপেটত কেইটিমান বগা দাগ। বিলকিচৰ জন্মৰ প্ৰমাণ। আনোখীয়ে

নিশ্বাস পেলালে। যাওঁক, তেনেহলে আনীজাই মৃত্যুৰ আগতে জানিলে যে তেওঁ পুনৰ বিয়া কৰোৱা নাই আৰু তেওঁৰ কোনো সন্তানো হোৱা নাই। সেয়াইতো তেওঁ বিচাৰিছিল। কিন্তু সেইদিনাখন মহাৰাজে পুখৰাজক কিয় কৈছিল, "পুখৰাজ মই মাত্ৰ ক'বলৈ আহিছিলো যে মই সলনি হৈ গৈছো। মই কথা দিছিলো আনোখীক।" এইবোৰ কথাৰ মানে কি?

আনোখীয়ে গমকে নাপালে, আৰু কোনোদিনাখনে নেজানিলে যে মহাৰাজৰ মৃত্যুৰ আগতে—হচপিতালৈ যোৱাৰ পথত কৈছিল—"আপোনালোকৰ কোনোবাই যদি কেতিয়াবা আনোখীক বিচাৰি পায়, তেওঁক ক'ব, তেওঁৰ কোলাৰ সন্তান, মোৰ সন্তান।" কোনোৱে বুজা নাছিল সেই প্ৰলাপৰ অৰ্থ।

আৰু নবাবজাদা চিকন্দৰ খাঁ, আনোখীয়ে তেওঁৰ মৃত্যু বিচৰা নাছিল। তেওঁ ভাবিছিল তেওঁ হয়তো মৃত, সেই কাৰণেই ভাবিছিল তেওঁকেই বিলকিচৰ বালিদ (পিতাক) বুলি পৰিচয় দিব। কিন্তু পুখৰাজৰ ঘৰত মহাৰাজৰ কথাত যেতিয়া গম পালে যে চিকন্দৰ খাঁ জীয়াই আছে, তেওঁৰ বুকুৰ ওপৰত যেন এখন পাহাৰহে খহি পৰিল। কিন্তু আজি? আজি তেওঁ নিৰ্বিচাৰে তেওঁৰ নাম বিলকিচৰ পিতৃ বুলি কব পাৰে। এই মিছা কোৱাত কাৰো একো হানি নহয়। আজিৰ দুনীয়াততো মিছাৰেই ৰাজত্ব। তেওঁৰ একো দোষ নহয়।

কন্দা নাই আনোখীয়ে, অলপো কন্দা নাই। চিকন্দৰ খাঁৰ মৃত্যুত আনোখীৰ কন্দাৰ কথাও নহয়। কিন্তু মহাৰাজ ৰুদ্ৰপ্ৰতাপ সিঙৰ মৃত্যু? আনোখী যেন শিল হৈ গৈছিল।



## ১২

সেইদিনাখন ৰাতি আনোখীয়ে কন্দা নাই। অলপো কন্দা নাই। তেওঁ শিলৰ দৰে কঠিন হৈ গৈছে। অন্ধকাৰত বহি আনোখীয়ে বহুকথা ভাবিছে।

নহয়, তেওঁ দিল্লীলৈ যাব। তাতে ভিৰৰ মাজত হেৰাই যাব। কোনোৱে তেওঁৰ ঠিকনা নেজানিব। মাত্ৰ আপাক জনাব। মহাৰাজৰ পিচত দিল্লীত তেওঁক আন কোনোৱে নিবিচাৰে। আপা আৰু বিলকিচ্‌ক জয়পুৰলৈ পঠিয়াই দিব।

অন্ধকাৰত আগুৱাই আহি আপাৰ কান্ধত হাত দি "তেওঁৰ মনৰ কথা কৈছে। শিৰেবাই সকলো শুনি কলে, "তুমি যি বিচাৰা সেয়া হব বেগম। মই ক'বৰ কোন?"

"ঠিক আছে, তেনেহলে মই যি কৈছো তাকে কৰা। মই বিলকিচৰ ভবিষ্যত ভাবিয়েই কৈছো যে, মোৰ ছায়া যেন বিলকিচ্‌ৰ গাত নপৰে। আৰু তেওঁৰ জিম্মেদাৰী (দায়িত্ব) তোমাৰ।"

পিচদিনাখন যেতিয়া আনোখী কোঠাৰ পৰা ওলাইছে তেতিয়া তেওঁ একেবাৰে অন্য মানুহ।

যেতিয়া আপা আৰু বিলকিচ্ যাবলৈ ওলাইছে তেতিয়াও আনোখী কন্দা নাই। শিৰেবাই কান্দিছে। গাড়ীত বহাৰ সময়ত আনোখীয়ে শিৰেবাক সাবট মাৰি ধৰি কৈছে, "কল চুবহ ম্যায় চলী জাউঙ্গী। মেৰী বেটী কো দেখনা আপা। তুম্‌হে মেৰী কচম।" শিশু বিলকিচ্‌ক সাবটি লৈ বহুত চুমা খাইছে। বিন্দু অলপো কন্দা নাই। আচৰিত পৰিবৰ্তন।

কোচোৱানে কলে, “দেৰ হো ৰহী, গাড়ী ছুট যায়েগী।”

“চলো কোচোৱান” বুলি কোৱাত গাড়ী এৰি দিলে। দৌৰি আহিছে আনোখী। তেওঁৰ শিলৰ দৰে কঠিন মন, হৃদয় সকলো মমৰ দৰে যেন গলি গৈছে। বিলকিচক শিৰেবাৰ হাতৰ পৰা লৈ পাগলৰ দৰে চুমা খাইছে।

তাৰপিচত হঠাতে কিবা মনত পৰাত আনোখীয়ে কলে, “এক মিনিট ৰুকো আপা” বুলি আনোখী দৌৰি ওপৰলৈ গৈছে আৰু বাকচৰ পৰা সেই কাঠৰ বাকচটো উলিয়াই ল'লে। বাকচৰ পৰা সেই ৰঙা কাপোৰেৰে বন্ধা বাণ্ডিল আৰু তাবিজত বন্ধা চাবিপাত আনি শিৰেবাক দি কৈছে, “আপা কচম য়্যাদ হ্যায় না?”

“হাঁ বেগম, য়্যাদ হ্যায়। ইয়ে তাবিজ তো ৰাখ লে অপনে পাচ।” কঁপি উঠিছে আপাৰ বুকু।

“আপা, প্ৰয়োজন নাই মোৰ এই তাবিজৰ। বিলকিচক দিবা, যদি তেওঁৰ কিবা কামত লাগে। মোৰ কোনো কামতে নেলাগিল।”

পিচদিনাখন আনোখী লক্ষ্ণৌ এৰি দিল্লীলৈ গুছি গ'ল। জীৱনত এই প্ৰথম তেওঁ অকলশৰীয়া। কেইদিনমানৰ ভিতৰত দিল্লীৰ ভিৰত তেওঁ হেৰাই গল।

তাৰ প্ৰায় বিশ বছৰ পিচত এই কাহিনীৰ যৱনিকা জয়পুৰত উঠিছে। বিলকিচ্ বেগমৰ প্ৰথম মহফিল, তেওঁৰ জয়পুৰ কোঠীত। বহু গণ্যমান্য ব্যক্তি তেওঁৰ নাম শুনি আহিবলৈ চেষ্টা কৰিছিল তেওঁৰ কোঠীত, কিন্তু শিৰেবাই কাকো পাত্তা দিয়া নাছিল। অসূৰ্য্যম্পৰ্শাৰ দৰে বিলকিচ্‌ক লোকচক্ষুৰ আঁৰত ৰাখিছিল। তেওঁ যেন এক ফুলৰ পাপৰি। বাৰ বছৰ বয়সৰ পৰা ৰেৱাজ কৰাইছে শিৰেবাই, আৰু আঠ বছৰ পিচত যেতিয়া তেওঁ মাকৰ দৰে কথক নাচে আৰু গজল গানত পাৰদৰ্শী হৈছে, তেতিয়া তেওঁৰ প্ৰথম মহফিল সাজু কৰিছে।

লাহে লাহে বিলকিচ্ ডাঙৰ হবলৈ ধৰিছে আৰু আপা চমকি উঠিছে। যেন আনোখীৰ মুখৰহে প্ৰতিচ্ছবি। এনেকুৱা সাদৃশ্য সচৰাচৰ চকুত নপৰে। ঠিক আনোখীৰ দৰেই যৌৱনৰ জোৱাৰ বিলকিচ্‌ৰ দেহলৈও আহিছে। শিৰেবাৰ বয়স হৈছে আৰু কেতিয়াবা কেতিয়াবা ভুল কৰি বিলকিচক আনোখী বুলিয়ে মাতিছে। খিল-খিলাই বিলকিচে হাঁহি কৈছে, “শিৰেবাখালা (মাহী) ফিৰ ৱহী গলতী।”

“মাফ কৰনা বেটী, আখো কী ৰোচনী যাতী ৰহী।”

“আচ্ছা খালা, মেৰী আম্মী ক্যায়া বহোত হচীন থী? আউৰ মেৰে আব্বা?”

“আৰে বেটী পুছো মৎ। তেৰী আম্মী তো জন্নত হী হুৰী থী, ঠিক তেৰে জৈচা। আউৰ তেৰে আব্বা? আৰে শুভানআল্লা ক্যায়া কহনে উনকো।” শিৰেবাই কান্দোন চেপি ধৰি কৈছে।



“পৰ খালা হম লখনৌ চে জয়পুৰ কিউ আগয়ে?”

“বেটী তুম্‌হাৰে আব্বা আৰ অম্মীজানকে ইন্তকাল কে বাদ হী ৱহ কোঠী টুট পড়ী।” শিৰেবাই আকৌ মিছা কলে।

আনোখীৰ বাবেই শিৰেবাই বহুকথা মিছাকৈ ক'ব লগা হৈছিল। আৰু কিমান ক'ব লাগিব কোনে জানে। বাৰে বাৰে শিৰেবাই প্ৰাৰ্থনা কৰিছে, “আল্লাহতালা, মুঝ বদ্‌নচীবকো মাফ কৰ দেনা।” বিলকিচ্ লুকুৱাই প্ৰতি সপ্তাহত তেওঁ আনোখীলৈ চিঠি লিখিছে সকলো খবৰ জনায়। আনোখীয়ে অৱশ্যে উত্তৰ নিদিয়ে। তেওঁ উত্তৰ দিয়া কথাও নহয়।

সেইদিনাখন আবেলি বিলকিচ্ বেগমৰ প্ৰথম মহফিল বহিছে। ইয়াৰ আগতে শিৰেবাই কোনো ৰজা মহাৰাজকে ওচৰলৈ আহিবলৈ দিয়া নাছিল। বিলকিচে একোকে কোৱা নাই। সেইবোৰ খালাৰ ওপৰত এৰি দিছে। সৰুতে হেৰুৱা মাকক যেন বিচাৰি পায় শিৰেবা খালাৰ মাজত।

মহফিলৰ দুদিন আগতে শিৰেবাই খবৰ দিছে চহৰৰ গণ্যমান্য ব্যক্তিক আৰু লগতে ইয়াকোকৈ দিছে যে যদি কোনো ৰকমৰ বদ্‌তমীজি হয় তেওঁ লগে লগে মহফিল বৰখাস্ত কৰি দিব। আৰু তেওঁলোক জয়পুৰ এৰি গুচি যাব।

সেইদিনাখন বিলকিচ্ বেগমৰ কোঠী পোহঁৰত জলমলাই উঠিছিল। শিৰেবাই চেবাবৰ ফোৱৰা বোৱাই দিয়াছে। সিকল আহিছে তেওঁলোক সকলোৱে চহৰৰ সম্ভ্ৰান্ত পৰিবাৰৰ। কিছু সময় অপেক্ষা কৰাৰ পিচত ৰাজপুৰ মহাৰাজে সুধিলে, “আউৰ কিতনা ইন্তেজাৰ কৰনা পড়েগা?”

পিছৰাই গৈ আদৰ কৰি শিৰেবাই কলে, “মহাৰাজ অভী আতি হী হোগী বিলকিচ্ বেগম।” লগে লগে তবলাত বোল পৰিল আৰু চাৰেঙ্গীত বেশ ভাঁহি আহিল। শিৰেবাৰ পৰিকল্পনা অনুযায়ী সকলো হৈছে। তেওঁ বিচাৰিছিল প্ৰথম মহফিলত বিলকিচ্‌ৰ আবিৰ্ভাব নাটকীয় ভাবে হওঁক। আৰু সেয়া হৈছিলোঁ। তবলা আৰু চাৰেঙ্গীৰ লগত জুনুকাৰ শব্দ আৰু ভাঁহি আহিছে বিলকিচ্ বেগমৰ প্ৰথম মহফিলৰ প্ৰথম গজলৰ প্ৰথম কলি––“য়হ ন থী হমাৰী কিচমত কি বিচালে ইয়াৰ হোতা অগৰ আউৰ জীতে ৰহতে য়হী ইন্তজাৰ হোতা।”

হাততালিত মহফিল ফাটি পৰিল আৰু চাৰিওফালৰ পৰা আৱাজ আহিল–– ‘মশা-আল্লা? শুভান-আল্লা? বহোত খুব, বহোত খুব।”

হাতত চাপৰি আৰু বাহ্ বাহ্ থমকি ৰওতেই পৰ্দা আঁতৰাই বিলকিচ্ মহফিলত ঠিয় হৈছেহি। আৰু মহফিলত লগে লগে এক নিস্তব্ধতা বিৰাজ কৰিলে। বিলকিচে আদাব কৰোতেই সকলো ঠিয় হৈছে।

তবলাত চম্ পৰিল চাৰেঙ্গী কান্দি উঠিল আৰু বিলকিচে আৰম্ভ কৰিলে গজল।

বিলকিচে গাই গৈ আছে আৰু ইফালে টকাৰ হৈছে বৰষুণ। ৰাজপুৰৰ মহাৰাজেতো পাগুৰীৰ পৰা হীৰাই খুলি দলিয়াই দিলে বিলকিচ্‌ৰ ভৰিৰ ওচৰত।

প্ৰায় মাজৰাতি মহফিল শেষ হৈছিল। ক্লান্ত শ্ৰান্ত বিল্‌কিচ্‌ নিজৰ বিচনাত শুই পৰিছে। এটা এটাকৈ সকলো বাতি শিৰ্ব্বোই নুমাই দি কোঠাৰ সম্মুখৰ দুৱাৰ বন্ধ কৰিবলৈ গৈছে। হঠাৎ এখন গাড়ী বোৱাৰ শব্দ হ'ল। আমন্ত্ৰিত সকলৰ কোনোবা এজন উভতি আহিছে। কি ঘটনা? শিৰ্ব্বোই ভয় খালে। এইবোৰ মাতাল ৰজা-মহাৰাজাসকলৰ মতি গতি তেওঁ খুব ভালভাবে জানে। বাহিৰৰ অন্ধকাৰৰ কাৰণে তেওঁ খুব ভালকৈ একো দেখা নাই। মাত্ৰ আগন্তুকৰ পাগুৰীৰ হীৰা-মানিক অন্ধকাৰত জ্বলিছে।

"মই এক মিনিটৰ কাৰণে বেগমৰ লগত দেখা কৰিব খোজো। সুবিধা হব জানো?" আগন্তুকে ক'লে। শিৰ্ব্বোই ভাল কৰি নেদেখিলেও বুজিলে আগন্তুক স্বাস্থ্যবান এক যুৱক। মহফিলৰ ভিৰৰ মাজত তেওঁক আগতে হয়তো লক্ষ্যই কৰা নাছিল।

"বেগমতো শুইছে। এতিয়াতো তেওঁৰ লগত দেখা নহ'ব।" দৃঢ় মাতেৰেই শিৰ্ব্বোই কলে।

"আচ্ছী বাত হ্যায়, ফিৰ কভী। আদাব।" বুলি কৈ যুৱক গাৰীৰ ফালে আগুৱাই গ'ল।

"আদাব" বুলি দুৱাৰ বন্ধ কৰিব খুজিছিল শিৰ্ব্বোই ঠিক সেই সময়তে বাটৰ পোহৰত যুৱকৰ মুখখন দেখা গ'ল। পিচমুহূৰ্ততে গাড়ীখন সশব্দে কৰি ওলাই গৈছিল। কিন্তু শিৰ্ব্বো থমকি ৰৈ গ'ল। এই মুখ যেন তেওঁ কৰবাত দেখিছে। ভীষণ চিনাকি চিনাকি লাগিল। তাৰপিচত ভাবিলে, তেওঁ কি যা-তা ভাবিছে। চকুৰ দৃষ্টি বোধহয় আৰু ক্ষীণ হৈছে।

ইয়াৰ পিচত সদায় বিলকিচ্‌ৰ মহফিল বহিছে। তেওঁৰ ৰূপ, নাচ আৰু গজলৰ খ্যাতি গোটেই ৰাজ্যত বিয়পি পৰিছে। ওচৰৰ পাজৰৰ ৰাজ্যৰ পৰাও আমন্ত্ৰণ আহিছে। সকলো ঠাইলৈকে শিৰ্ব্বো যাব পৰা নাই, কিন্তু সাৱধান কৰি দিছে বিলকিচ্‌ক যিমান ৰাতিয়েই হওঁক তেওঁ যেন মহফিল শেষ কৰি জয়পুৰলৈ উভতি আহে। যিসকল ৰজাই এইবোৰ চৰ্ত মানি লৈছে তেওঁলোকৰ আমন্ত্ৰণহে ৰাখিছে। যিসকলে মনা নাই, তেওঁলোকক নহ'ব বুলি কৈ দিছে।

এদিনাখন বিছিয়া মহাৰাজৰ মহফিলৰ পৰা ৰাতি তিনিবজাত উভতি আহি খিলখিলাই হাঁহি বিলকিচে শিৰ্ব্বোক সাৱট মাৰি ধৰিছে। শিৰ্ব্বোতো আচৰিত। বিলকিচে হাঁহিয়ে আছে।

"হাচতি কিউ হ্যায় পাগলী, হুৱা ক্যায়া?"



"অৰে খালা ম্যয় মৰ গয়ী। মুঝে ইস্ক (ভালপোৱা) হো গই।" হাঁহি হাঁহি বিলকিচে কলে।

"হায় আল্লাহ। কিচ্‌চে, কব, কহী?" শিৰ্ব্বোৰ দুইচকু বিস্ফোৰিত।

তেতিয়া বিলকিচে কলে, তেওঁ যিখন মহফিললৈ গৈছে, সকলোতে এক তদুৰস্ত (স্বাস্থ্যৱান) খুবচুৰত নওজৱান আৰু বহুত শৰীফ মহাৰাজক তেওঁ দেখা পাইছে। তেওঁ তেওঁৰ লগত খুব ভাল ব্যৱহাৰ কৰিছে আৰু আজি ৰাতি তেওঁতো তেওঁৰ পাগুৰীৰ পৰা হীৰা আৰু মানিক খুলি উপহাৰ দিছে। মহফিল শেষ হোৱাৰ পিচত তেওঁ বিলকিচ্‌ক কৈছে তেওঁ যেন তেওঁৰ পেশা এৰি পেলায়। তেওঁ তেওঁক বিয়া কৰাই শৰীকে জিন্দগী কৰিব। ইয়াতকৈ ভাল খবৰ এক তৱায়েফৰ জীৱনত আৰু কি হ'ব পাৰে?

শিৰ্ব্বো আনন্দত আত্মহাৰা হৈ বিলকিচ্‌ক সাৱট মাৰি ধৰিলে। তেওঁৰ দুই চকু বৈ পানী ওলাইছে। "বচ্‌ বেটী মেৰী জিম্মেদাৰী খতম।"

"পৰ খালা, তু বো কিউ ৰহী?"

"বেটী ইয়েতো খুচী কী আঁচু হ্যায়।"

"তো ফিৰ খুব ৰোও খালা।" বিলকিচে কলে।

"পৰ বেটী হ'য়ে খুচ-নাচীব হ্যায় কৌন?"

খিলখিলকৈ বিলকিচে আকৌ হাঁহি কলে, "খালা বহোত বড়ে আদমী হ্যায়। গড়-নৰসিংগড়ক মহাৰাজ আদিত্যনাৰায়ণ সিং।"

"কৌন?" শিৰ্ব্বোৰ মুৰত যেন বজ্ৰপাতহে পৰিল। তেওঁৰ মূৰ ঘূৰিবলৈ ধৰিলে।

"কহা তো, গড়নৰসিংগড়কে মহাৰাজ আদিত্যনাৰায়ণ সিং। আগলে হফ্‌তে মুঝে লেনে আ ৰহে হ্যাঁয়।"

শিৰ্ব্বোই যেন দুইচকুৰে অন্ধকাৰ দেখিবলৈ পালে। এয়া কি হ'ল? অদৃষ্টৰ এয়া নিৰ্মম পৰিহাস। "ম্যায় আভী আতী হুঁ" বুলি তীব্ৰ বেগে কোঠাৰ পৰা ওলাই গৈ নিজৰ কোঠাত আঠুকাঢ়ি প্ৰাৰ্থনা কৰিব বহিছে শিৰ্ব্বো। তেতিয়া বিলকিচ্‌ টোপনিত অচেতন।

"আল্লাহ, পৰৱৰ দীগাৰ, দীনে-এ-ইলাহী, ইয়ে তুনে ক্যায়া কিয়া?" শিৰ্ব্বোই কান্দিব ধৰিলে। আনোখীয়ে তেওঁক বাৰে বাৰে কৈছিল বিলকিচৰ নথ তেওঁৰেই খুলিব যিজনক তেওঁ বিয়া কৰাব। মহাৰাজ আদিত্যনাৰায়ণ সিঙে হয়তো বিলকিচ্‌ক ঠিকেই বিয়া কৰাব, কিন্তু সেয়া কেনেকৈ হব? এই বিয়া বন্ধ কৰিবলৈ হলে শিৰ্ব্বোই-তো সকলো কথা ক'ব লাগিব।

ৰাতিপুৱাৰৰ সময়ত শিৰ্ব্বোৰ চিঠি লেখা শেষ হৈছিল। তেওঁ আনোখীক সকলো

কঁথা জনাইছে। এতিয়া আনোখীয়ে তেওঁক কওঁক তেওঁৰ কৰ্তব্য কি? আৰু তেওঁ যদি একো ক'ব নোৱাৰে তেনেহলে তেওঁ নিজেই কৰক যি কৰিব লাগে।

দিল্লীৰ ভিৰৰ মাজত আনোখী হেৰাই গৈছিল। তেওঁ যেতিয়া শিৰেবাৰ চিঠি পাইছিল, ভয়ত কঁপি উঠিল। এতিয়া তেওঁ কি কৰিব? জীৱনৰ আৰু এক অধ্যায়, যিটো-তেওঁ চিৰদিনৰ কাৰণে অন্ধকাৰৰ বিস্মৃতিৰ অতল অন্ধকাৰত ডুবাই ৰাখিব খুজিছিল আজি আকৌ বিভিষীকাৰ দৰে তেওঁৰ সম্মুখত ভাঁহি উঠিছে। নহয়, তেওঁ কিবা কৰিবই লাগিব। এই বিয়া বন্ধ কৰিবই লাগিব।

আনোখীয়ে বাকচৰ পৰা শিৰেবাই লেখা চিঠিবোৰ উলিয়াই পঢ়িবলৈ ধৰিলে। আৰু শেষৰ চিঠিখন মাজত থলে। তাৰপিচত কি ভাবি সকলো চিঠি এটা লেফেফাত ভৰাই বন্ধ কৰি আকৌ বাকচত ভৰাই থলে। কেইখনমান কাগজত আৰু কিবা লিখি সেইবোৰও বাকচত বন্ধ কৰি থলে।

আনোখী জয়পুৰলৈ যাব।

ইফালে জয়পুৰত শিৰেবাই ভাবিছে তেওঁতো চিঠি দিলেই, কিন্তু চিঠি পায়েইবা আনোখীয়ে কৰিব কি? তেওঁৰ সম্মুখততো উভয় সঙ্কট। আনোখী যদি আহে তেতিয়া হলেতো সকলো 'ৰাজ' (গুপ্তকথা) জনাজনি হৈ যাব। তেওঁতো খুদাৰ কচম খাইছে যে নিজৰ পৰা একো কথাই নকয়। কিন্তু আনোখী? তেওঁ জানো ক'ব? ৰাতি শিৰেবাৰ টোপনি নহল। ইমানদিনে তেওঁ আনোখীৰ নিমখ খাইছে। এতিয়া তেওঁ কি কৰিব? সকলো কথা জানো বিলকিচ্‌ক কৈ দিব? সেয়া কেনেকৈ হব? তেওঁ যে কচম খাইছে।

ইতিমধ্যে তেওঁ আনোখী বেগমৰ চিঠি পাইছে--প্ৰথম আৰু শেষ চিঠি। "তুমি একো কৰিব নালাগে। মই জয়পুৰলৈ আহিব ধৰিছোঁ। কিন্তু খুদাৰ কচম মই যে জয়পুৰলৈ আহিছো সেয়া যেন কোনোৱে নেজানে। কেনেকৈ বিয়া বন্ধ হব তেওঁ নেজানে, কিন্তু এই বিয়া হ'ব নোৱাৰে।"



# ১৩

প্ৰায় একেলগে কোঠীৰ সম্মুখত মহাৰাজ আদিত্যনাৰায়ণ সিঙৰ গাড়ী আৰু আনোখীৰ ঘোৰাঁৰ গাড়ী আহি ৰৈছেহি। ক'লা বোৰখা টানি আনোখীয়ে দেখিলে আদিত্যনাৰায়ণ দুৱাৰৰ সম্মুখত ৰ'লহি। তেওঁক ফালৰি কাটি অতি বেগেৰে আনোখী ওপৰলৈ উঠি গৈ বিলকিচ্‌ৰ কোঠাত সোমালগৈ। বিলকিচ তেতিয়া তানপুৰা লৈ বিৰাজ কৰি আছে। হঠাতে বোৰখা পৰিহিত, অচিনাকি এগাৰাকী মহিলা তেওঁৰ কোঠাত সোমোৱাত চমকি উঠিল। পিচত নিজকে চম্ভালি লৈ সুধিলে, "কৌন হ্যাঁয় আপ্। ক্যায়া চাহিয়ে আপকো?"

কোনো কথাৰ উত্তৰ নিদি আনোখীয়ে দুৱাৰ বন্ধ কৰি দিলে। মহিলাৰ ব্যৱহাৰত আচৰিত হৈ বিলকিচে তানপুৰা আতৰাই থৈ ঠিয় হ'ল। ওচৰলৈ গৈ বেচ খঙেৰে সুধিলে, "কৌন হ্যায় আপ?" আৰু লগে লগে মাতিছে "শিৰেবাখালা জলদী আও।" তেতিয়া চিৰিৰ কাষত শিৰেবা ভয় আৰু আশঙ্কাত থৰ্ থৰ্কৈ কঁপিছে।

একেটানে আনোখীয়ে বোৰখা খুলি পেলালে। কোনোকই যেন চপাং কৰি বিল-কিচক চাবুক হে মাৰিলে। বিলকিচে জানো সপোন দেখিছে? তেওঁৰ সম্মুখত ঠিয় হৈ তেওৰেই 'হমশকল' "(দেখিবলৈ একেই)" কোন এই ৰহস্যময়ী নাৰী? ডিঙিৰ মাত সৰু কৰি বিলকিচে সুধিলে, "আপ কৌন হ্যাঁয়। ক্যায়া চাহিয়ে আপকো?"

এই প্ৰথম বাৰ কথা কলে আনোখীয়ে। "আপ হী বিলকিচ বেগম?"

"জী হাঁ ম্যায় হী বিলকিচ্ বেগম হুঁ। পৰ আপকো তো নহী পহচনা"—বিলকিচে কলে।

"আপ গড়নবসিংগড়কে মহাৰাজসে চাদী কৰ ৰহে হ্যাঁয় ?—আনোখীয়ে ওলোটাই প্ৰশ্ন কৰিলে।

"জী হাঁ। পৰ আপসে ক্যায় মতলব ?"

"ম্যায় উচ খানদান কী নচনচ জানতি হুঁ। মেৰী আপচে ইল্‌তজা হ্যায় আপ ইয়হ চাদী না কৰে।" (মই সেই বংশৰ নাড়ী-নক্ষত্ৰ জানো। মোৰ অনুৰোধ আপুনি এই বিয়া নকৰাব)।"

এইবাৰ বিলকিচ্‌ৰ ধৈৰ্য্যৰসীমা চেৰাই গ'ল। ডিঙিৰ মাত ডাঙৰ কৰি কলে," মেৰে মামলামে দখল দেনেৱালী আপ কৌন্ হোতী হ্যাঁয় ?

দৃঢ় মাতেৰে আনোখীয়ে কলে, "ইয়হ চাদী নহী হোগী।"

"আপ কোন হোতী হ্যাঁয় মেৰী চাদী ৰোকনেৱালী ?"—তেতিয়ালৈকে বিলকিচ্ প্ৰায় মুখৰ সম্মুখ পাইছেহি।

"ম্যায় কোই ভী নহী হুঁ। পৰ ইয়হ চাদী হৰগিজ নহী হোগী চাহে মেৰী জান কুঁ না চলী জায়"। (মই কোনো নহয়। কিন্তু প্ৰাণ গলেও এই বিয়া একোতেই মই হ'বলৈ নিদিও)।

চিবিৰ তলৰ পৰা বিলকিচ্‌ৰ কানত পৰিছেহি আদিত্যনাৰায়ণ আৰু শিৰেবোৰ মৃদু কথাবতৰা। কোঠাৰ দুৱাৰ খুলি বিলকিচ্ তললৈ নমাৰ কাৰণে ওলাই আহিল। কিন্তু তাৰ আগতে চিবিৰ সমুখত আনোখী ঠিয় হৈ পথ বন্ধ কৰি ৰাখিছে।

"হট্ যাও মেৰে ৰাস্তেচে"—চিঞৰ মাৰি আনোখীক আঁতৰাই বিলকিচ্ নামিব খুজিছে। দুহাত আগবঢ়াই তেতিয়াও আনোখীয়ে পথ বন্ধ কৰি ৰাখিছে। তেওঁৰ দুয়োটা চকুৰ পৰা পানী পৰিবলৈ ধৰিছে। "মত জাও বেগম"। য়হ চাদী নহী, বৰবাদী হ্যায়"—তেওঁ মিনতি কৰিলে।

"বৰবাদী হোগী মেৰী, তুমহে ইচচে ক্যায়া। হট্ যাও মেৰে চামনে সে" বুলি ঠেলি পঠিয়াই দিলে বিলকিচে। তাল চম্ভালিব নোৱাৰি আনোখী চিবিৰ ওপৰৰ পৰা পৰি গ'ল। "হায় আল্লাহ"। দৌৰি আহিছে শিৰেবো আৰু আদিত্যনাৰায়ণ। হাত বঢ়াই আনোখীক ধৰাৰ আগতেই বিলকিচে সভয়ে বিস্ফোৰিত চকুৰে দেখিলে আনোখী বাগৰি বাগৰি তললৈ পৰিছে। বিকট শব্দ কৰি আনোখী বগা মাৰ্বলৰ ওপৰত পৰিলহি। ৰঙা হৈ গ'ল বগা মাৰ্বলৰ মজিয়া। নিজৰ অজানিতে মহাৰাজ আদিত্যনাৰায়ণ সিঙে তেজেৰে ৰাঙলী মূৰতো নিজৰ কোলাত তুলি ললে। তেওঁৰ কাষত ৰহি বিলকিচ্।

আনোখী এক মুহূৰ্তৰ কাৰণে চকু মেলি চালে—এবাৰ বিলকিচ্‌ৰ ফালে এবাৰ



আদিত্যনাৰায়ণ সিঙৰ ফালে। ওঁঠ দুটা যেন কঁপি উঠিল। কিবা যেন কব খুজিছিল আনোখীয়ে। শৰীৰ শেষবাৰৰ বাবে এবাৰ কঁপি উঠি চিৰকাললৈ নিশ্চল হৈ গ'ল।

আদালতত বিনা দ্বিধাই সকলো দোষ বিলকিচে স্বীকাৰ কৰিলে। তেওঁৰ হৈ ডাঙৰ ডাঙৰ উকীল শিৰেবোই ঠিক কৰিছিল। কোঠী আৰু যি যি আছিল বিক্ৰী কৰি যি অৰ্থ পাইছিল সকলো শিৰেবোই খৰচ কৰিছিল। কিন্তু সকলো ব্যৰ্থ হৈছিল। একোতেই একো নহ'ল। যিজনে নিজেই বাচিব নোখোজে তেওঁক আনে কেনেকৈ বচাব ? দৃঢ়স্বৰেৰে আদালত বিলকিচে কৈছিল, "হয় মই ইচ্ছা কৰিয়ে ঠেলি পঠিয়াইছিলো।" কিন্তু কিয় ? তাৰ উত্তৰ বিলকিচে দিয়া নাছিল।

ঘটনাৰ কেইদিনমান পিচতো শিৰেবোই কি কৰিব ঠিক কৰিব পৰা নাছিল। সকলো-তো শেষ হৈ গল। যিজনে তেওঁক আল্লাহ কচম দিছিল, তেওঁতো আজি সীমাৰ বাহিৰত। এতিয়া সেই কচমৰ মূল্য কি? বিলকিচে জানো শেষলৈ একোকে নেজানিব ? নহয়, এয়া এক অসহনীয় যন্ত্ৰণা। এদিনাখন কলা সূতাৰে বন্ধা সেই তাবিজৰ লগত চাবিৰে বাকচ খুলি উলিয়াইছে ৰঙা কাপোৰেৰে বন্ধা আনোখীৰ ডায়েৰী। পিচদিনাখন জেললৈ গৈ সেয়া বিলকিচ্‌ক দি আহিছিল। কোনো কথা শিৰেবোই কোৱা নাই আৰু বিলকিচেও কোনো প্ৰশ্ন কৰা নাছিল। ক'লা সূতাৰে বন্ধা তাবিজতো ইলুটি-সিলুটি কৰি চাই নিজৰ চেললৈ উভটি গৈছে বিলকিচ্। কোনো প্ৰশ্ন কৰা নাই। ইয়াৰ কিছুদিন পিচতেই আদালতত গোচৰ আৰম্ভ হৈছিল।

আজীবন কাৰাবাসৰ শাস্তি হল বিলকিচ্‌ৰ। সুদীৰ্ঘ চৈধ্য বছৰ পিছত তেওঁ যেতিয়া মুক্তি পালে, তেওঁক চিনিবই নোৱাৰি। এই চৈধ্য বছৰত যেন তেওঁৰ বহু বয়স বাঢ়ি গৈছে। বুকুত সেই ৰঙা বাণ্ডিলটো লৈ তেওঁ দিল্লীলৈ গুচি গৈছে। দিল্লীলৈ কিয় গল তেওঁ নিজেই কব নোৱাৰিলে। কোনো এক অদৃশ্য হাতবাউলিত তেওঁ দিল্লীলৈ গৈছিল। জেলৰ পৰা মুক্তি পোৱাৰ সময়ত জেলৰ চাহেবে বিলকিচ্‌ৰ হাতত এখন মখমলৰ মোনা দি কলে, 'তেওঁৰ কোনো এক শিৰেবোখালাই তেওঁৰ কাৰণে এই টকা অফিচত জমা থৈ গৈছে।'

তেওঁৰ মাকৰ দৰে বিলকিচেও দিল্লীৰ ভিৰৰ মাজত হেৰাই গৈছিল। কুখ্যাত গলিৰ সেই অখ্যাত ঘৰত বিলকিচৰ সুদীৰ্ঘ ত্ৰিশ বছৰ পাৰ হৈ গৈছে। শেষত দুৰাৰোগ্য কেন্সাৰ ৰোগত শয্যাশায়ী হৈছে। কপৰ্দহীন বিলকিচ্ বেগমে যেতিয়া জীৱনৰ শেষ দিন গণিছিল, তেতিয়া ৰিয়াজ আহমদ আহিছে। লেখাপঢ়া জনা পাৰাৰে বেকাৰ লৰা। ডাক্তৰখানাৰ পৰা উভতি আহোতে এদিনাখন বাটতে অজ্ঞান হৈ পৰি যায়। জুয়াৰ আড্ডাৰ পৰা উভতি অহা ৰিয়াজ আহমদে তেওঁক উঠাই লৈ আহে, আৰু সেয়া যে বিলকিচ্‌ৰ ঘৰলৈ আহে, আৰু উভটি নগল। ঔষধ, ডাক্তৰ সকলো ব্যৱস্থাই

ৰিয়াজ আহমদে কৰিছিল। ক'ৰপৰা, কেনেকৈ সেয়া কোনোৱে নেজানে। মাজে মাজে কেই ঘন্টামানৰ কাৰণে নাইকীয়া হয় আকৌ উভতি আহে টকা-পইচা লৈ—বোধহয় জুৱাৰ আড্ডাৰ পৰা।

কিন্তু আনোখীৰ লক্ষ্নৌ এৰি অহাৰ ঘটনা মই কেনেকৈ জানিলোঁ? মোৰ সম্বল মাথো বিলকিচে দিয়া আনোখী বেগমৰ ডায়েৰী আৰু কেইখিলামান ফটা কাগজ। জেলৰ পৰা ওলোৱা প্ৰায় ত্ৰিশ বছৰ পিচত মোৰ লগত দেখা হৈছিল সেই ধুমুহা বতাহৰ ৰাতি বিলকিচ্ৰ লগত। সেই ডায়েৰী মোৰ হাতত আছিল আৰু প্ৰায় দহবছৰ। আনোখী বেগমে লক্ষ্নৌ এৰি যোৱাৰ দিনলৈ মোৰ সকলো ঘটনা মিলি গৈছে আৰু তাৰ ভিত্তিতেই মোৰ এই লেখা—বিলকিচ্ৰ ভাষাত "এক দৰ্দভৰী দাস্তান"। কিন্তু সেই দাস্তানৰ শেষ ক'ত? তাৰতো কোনো শেষ মই পোৱা নাছিলো। এই দহবছৰে মই খুব বিচাৰিছো বিলকিচ্ আৰু ৰিয়াজ আহমদক। দিল্লীৰ ভিৰত সঁচাকৈয়ে দুয়োজন হেৰাই গৈছিল। সেইদিনাখন পাইছিলো ৰিয়াজ আহমদক হজৰতগঞ্জত।

ৰাতি প্ৰায় দুইবজাত সেই ৰাতি ৰিয়াজ আহমদৰ আমিনাবাদৰ গলিৰ পৰা টলং-পলং কৈ ওলাই আহিছিলোঁ। ৰিয়াজ আহমদে মোক সকলো কথা কৈছিল।

"মই যে সেই ৰাতি গুচি অহাৰ পিচত কি হৈছিল" আগ্ৰহৰ আতিশয্যেত ৰিয়াজ আহমদৰ হাতদুখন চেপি ধৰিছিলোঁ।

"হজুৰ আপুনি তো গুচি গৈছিল। কিছুসময় পিচত বেগমৰ জ্ঞান উভতি আহিছিল। জ্ঞান পোৱাৰ পিচত চাৰিওফালে চাই বেগমে সুধিছিল, "ৰিয়াজ আহমদ হজুৰ ক্যায়া তচৰীফ লে গয়ে? "মই কৈছিলো, হা বেগম। ৰাত বহোত হোগয়ী থী। হজুৰ গুচি গল।"

"তাৰ পিচত ৰিয়াজ আহমদ?"

"হজুৰ তাৰপিচত বেগমে কেনেকুৱা যেন কৰিলে। আকৌ বোধহয় শৰীৰ বেয়া হল। ভাবিলো ডাক্তৰক লৈ আঁহো। বেগমে হাত জোকাৰি মনা কৰিলে। মোক নিজৰ ওচৰলৈ মাতি আনি কলে, "ৰিয়াজ আহমদ কেইখনমান কাগজ হজুৰক দিব লগা আছিল, কিন্তু মই পাহৰি গৈছিলোঁ। এই বুলি বেগম হঠাৎ বিচনাত উঠি বহিল। ক'ৰ পৰা যে তেওঁ ইমান শক্তি পাইছিল সেয়া খুদাই জানে। মই বাধা দিয়া সত্ত্বেও বেগমে নিজৰ আলমাৰী খুলি এটা চীলবন্ধ লেফাফা আৰু কেইখিলামান কাগজৰ পাত মোক দি কলে, "ৰিয়াজ আহমদ যেনেকৈ পাৰা এই কাগজবোৰ হজুৰক পহচাই দিবা বুলি কৈয়ে বেগম মাটিত লুটি খাই পৰিল।"

উচুপি উচুপি ৰিয়াজ আহমদে কান্দি কান্দি কলে, "তাৰ পিচত আৰু মাটিৰ পৰা বেগম উঠিব নোৱাৰিলে। তেওঁৰ শেষ কথা: "ৰিয়াজ আহমদ, হজুৰকো বদনচীব বিলকিচ্কা বহোত বহোত আদাব কহনা।"



"কিন্তু ৰিয়াজ আহমদ, তুমিতো মোক সেই চীল-বন্ধ লেফাফা আৰু কাগজখিলা মোকতো দিয়া নাই," নিচাতে সুধিলো।

"হজুৰ ঘৰত এটা পইচাও নাছিল। বেগমৰ লাচ বহুসময় ঘৰত পৰি আছিল। ৰাতিপুৱাৰ পৰাই মই জুৱাৰ আড্ডাত বহি কিছু পইচা সংগ্ৰহ কৰি তেওঁৰ দফনৰ (কবৰ দিয়া) ইন্তজাম কৰোঁ। তাৰ পিচত ক'ত আপুনি আৰু কতেই বা মই? সঁচা ক'বলৈ গলে মোৰ দিল ভাঙি গৈছিল। মইতো দিল্লী এৰি গুচি আহিলোঁ। আপুনিও যেন ক'ৰবাত হেৰাই গল।"

কোঠাৰ ভিতৰলৈ সোমাই গল ৰিয়াজ আহমদ। অলপ পিচত উভতি আহি মোৰ হাতত দিলেহি চীল-বন্ধ সেই লেফাফা আৰু কেইখিলামান কাগজ। সময়ৰ নিৰ্মম আঘাতত সেই লেফাফা আৰু কাগজবোৰ হৈছে মলিন আৰু জীৰ্ণ।

টলং পলং কৈ মাজৰাতি ৰিয়াজ আহমদৰ গৰীবখানাৰ পৰা নিজৰ হোটেললৈ উভতি আহিলোঁ। গোটেই ৰাতি পঢ়িছোঁ আনোখী বেগমৰ চীল-বন্ধ লেফাফাৰ ভিতৰত থকা শিৰেৰাৰ লেখা সকলো চিঠি আৰু বিলকিচৰ নিজৰ লেখা কেইখিলামান পাত। কোনো নাটকীয়তা সেই লেখাৰ মাজত নাই, মাত্ৰ ঘটনাৰ হিচাব, আনোখীৰ মৃত্যু, বিলকিচৰ জেল। আৰু তাৰ পিচৰ তেওঁৰ দিল্লীৰ জীৱনৰ কোনো নাটকীয় বৰ্ণনা মই কৰিব পৰা নাই।

খুব ৰাতিপুৱা উঠি গোমতী নদীৰ পাৰলৈ গৈছোঁ। ইমান ৰাতিপুৱা ওচৰে-পাজৰে কোনো নাছিল। গোমতীৰ পানীত দলিয়াই পেলাইছো আনোখীৰ ডায়েৰী, চীল-বন্ধ লেফাফাৰ সকলো কাগজ আৰু আনোখী, বিলকিচৰ লেখা সেই কেইখিলাপাত। টোপোলাটো পৰি শব্দ হৈছে গোমতীৰ ঘোলা পানীৰ বুকুত। তাৰপৰা আমিনাবাদৰ গলিত থকা ৰিয়াজ আহমদৰ ঘৰলৈ গৈছোঁ।

"হজুৰ আপ্?" ৰিয়াজ আহমদে সুধিলে।

"ও ৰিয়াজ আহমদ। মই আজি যামগৈ। মাত্ৰ এটা প্ৰশ্ন তোমাক কৰিম। বিলকিচ্ বেগম ক'ত?"

ৰিয়াজ আহমদে পুৰনি দিল্লী চহৰৰ সেই কবৰস্তানৰ ঠিকনা মোক দিছিল।

দিল্লীলৈ উভতি আহি মোৰ সকলো বিশ্বাস, প্ৰত্যয় জলাঞ্জলি দি আঠুকাঢ়ি বিলকিচ্ৰ কবৰৰ সন্মুখত বহিছোঁ। ওচৰে-পাজৰে হাবি। দুই এটা কুকুৰে অ'ৰ ত'ৰ পৰা চিঞৰি উঠিলে। কবৰৰ ওপৰত মূৰ থৈ কৈছোঁ, "বেগম, তোমাৰ দৰ্দভৰী দাস্তান এইবাৰ শেষ হ'ব। কিন্তু তুমিতো বেগম নাই। মই কাক শুনাম সেই দাস্তান? মুঝে মাফ্ কৰনা বেগম। মুঝে মাফ্ কৰনা।"

শেষ